আদান-প্ৰদান

কথা ভাৰতী

# মালয়ালম কাহিনী

সম্পাদক
ওমচাৰী এন. এন. পিল্লেই

অনুবাদ
ডলী তালুকদাৰ



নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# বিষয় সূচী

# ভূমিকা

প্ৰায় তিনি দশকৰ পৰা মালয়ালম চুটি গল্প অত্যধিক প্ৰভাৱশালী আৰু বিকাশমুখী হৈ আহিছে। বিচাৰশীল সমীক্ষকসকলৰ মতে ই ইমান বেচি সমৃদ্ধ আৰু বিকশিত হৈছে যে বিশ্বৰ যি কোনো ভাষাৰ সাহিত্যৰ লগতে ইয়াক তুলনা কৰিব পাৰি। মালয়ালম চুটি গল্পই ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাতো শ্ৰেষ্ঠত্ব লাভ কৰিছে। দেশ-কাল-জয়ী শ শ চুটি গল্প প্ৰতিযোগিতাৰ বাহিৰেও এনেয়ে প্ৰকাশিত হৈ আছে।

মালয়ালম গল্পৰ উৎকৰ্ষ আৰু প্ৰগতিৰ মূলত আছে দীৰ্ঘকালৰ সুস্থিৰ বিকাশৰ প্ৰয়াস। পাশ্চাত্ত্য সাহিত্যৰ লগত সুপৰিচিত বহুতো প্ৰতিভাশালী গল্প লিখকে এই শতিকাৰ পূৰ্বৰে পৰা মালয়ালম চুটি গল্প লিখা আৰম্ভ কৰিছিল। পাঠকৰ মনোৰঞ্জনলৈ লক্ষ্য ৰাখি, ৱাশ্বিংটন আৰভিং, নাথেনীল হাথোৰ্ন আৰু এডগাৰ আলান পো'ক আদৰ্শস্বৰূপে লৈ লিখকসকলে ঐতিহাসিক আৰু সামাজিক উপন্যাস লিখিছিল। এই ৰচনাসমূহ সময়ৰ লগত খাপ খুৱাই লিখা হৈছিল কাৰণে বৰ প্ৰসিদ্ধ হৈ পৰিছিল। এই কাহিনীসমূহত আজিৰ সামাজিক বাস্তৱতাৰ অনুৰূপ বিষয়বস্তু বা ঘটনা—সম্ভাৱনা প্ৰদৰ্শনৰ কথা লিখকেও চিন্তা কৰা নাছিল, পাঠকেও বিচৰা নাছিল। আজিৰ মানৱ-দ্বেষী বাতাৱৰণত কাৰোবাৰ বাবে সেইবোৰ নিৰ্জীৱ যেন লাগিব পাৰে। কিন্তু মালয়ালমৰ পূৰ্ববৰ্তী সাহিত্যৰ অনুশীলন কৰিলে বা আন ভাষাসমূহৰ গল্প সাহিত্য বিকাশৰ গতি লক্ষ্য কৰিলে এইটো সুস্পষ্ট হৈ পৰে যে সেইসকল পথপ্ৰদৰ্শক লিখকৰ বৰঙণি সকলো-পিনৰ পৰা উল্লেখযোগ্য। মূৰ্কাৰ্থ কুমাৰণ, বেঙ্গালিয় কুঞ্জিৰামন নায়নাৰ, গুডুৱিল কুঞ্জিকৃষ্ণ মেনন, এম. আৰ. কে. সী., অম্বাডী নাৰায়ণম পোদুৱাল, কে. সুকুমাৰন, সী. এছ. গোপাল পণিক্কৰ, এস. ৰামৱাৰিয়ৰ আৰু ঈ. ৱী. কৃষ্ণপিল্লৈই—আদি সেই লিখকসকলৰ

অন্যতম, যিসকলে নিজৰ উত্তৰাধিকাৰী সকলৈ সাহিত্যৰ আধাৰ-ভুমি ৰচনা কৰি গৈছে।

মালয়ালম চুটি গল্পৰ আধুনিক কাল আৰম্ভ হয় ১৯৩০ চনৰ পৰা। সেই সময়ত কেৰালাৰ ডেকা-সাহিত্যকসকল কাৰ্ল মাৰ্ক্স, চিগমণ্ড ফ্ৰয়েড তথা ফৰাচী প্ৰকৃতিবাদী সকলৰ যাদুমন্ত্ৰত প্ৰভাৱান্বিত হৈ পৰে। বিশ্বসাহিত্যৰ নবীন ৰূপৰ লগত পৰিচয়ে তথা গভীৰ অধ্যয়নে ডেকা লিখকসকলক সামাজিক আন্দোলনৰ অঙ্গ হবলৈ প্ৰেৰণা যোগায়। তদুপৰি মানৱ মহত্ব আৰু উন্নতিৰ পথৰ বাধাৰ বিৰোধিতা কৰিবলৈ নিজৰ সৃজনী প্ৰতিভা নিয়োগ কৰাত উদগনি যোগায়। এই লিখকসকলে কাল্পনিক পাৰ্থক্যৰ কুৰলি ভেদ কৰি কঠোৰ সামাজিক বাস্তৱতাৰ বহুত ওচৰ চাপি আহিল। ৰচনা শৈলীৰ এই দৃষ্টিকোণে সাহিত্যক ক্ৰমে সুন্দৰ জীৱনৰ ওচৰ চপালে। জীৱনৰ এই বাস্তৱিক স্বৰূপ চিনাৰ চেষ্টাই সাহিত্যকসকলৰ দৃষ্টিত বৈপ্লৱিক পৰিবৰ্তন আনি দিলে। বাতাৱৰণে বিৰুদ্ধ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে আৰু তেওঁলোকে সকলো অৱৰোধ ছিন্-ভিন কৰি দিলে, —যিবোৰে লিখকৰ ভাষা আৰু শিল্পক সঙ্কীৰ্ণ কৰি ৰাখিছিল। তেওঁলোকে আৰ্থিক অসমতা, জমিদাৰৰ অত্যাচাৰ, ধৰ্মীয় কুসংস্কাৰ আৰু ৰাজনৈতিক হেঁচা আদিৰে দলিত তথা শোষিতসকলৰ সমস্যা-সমূহ অভিব্যক্ত কৰে।

এই বিৰোধী প্ৰতিক্ৰিয়াৰ পৰিণতিস্বৰূপে মালয়ালমত এটা নতুন যুগৰ আৰম্ভণি হ'ল আৰু সাহিত্যিকসকলৰ এনে এটা সবল গোষ্ঠীৰ সৃষ্টি হ'ল যিসকলে নিজৰ নিজৰ অনুভূতিসমূহ ভাষাৰ সংক্ষিপ্ততা আৰু উচ্চ কলাত্মক শৈলীৰে প্ৰকাশ কৰিব ধৰিলে। তক্ষী শিৱশংকৰ পিল্লেই, পী. কেশৱদেৱ, পোন্কুন্নম ৱৰ্কী আৰু বৈক্কম্ মুহম্মদ বশীৰক সেই বায়ুবেগী সাগৰীয় চৰাই জাকৰ মাজত মুখ্য বুলি কব পাৰি।

পৰিস্থিতিলৈ উভতি চালে আমি জানিব পাৰো যে যি সময়ত এই সকল পথপ্ৰদৰ্শক সাহিত্যিকৰ আবিৰ্ভাব হৈছিল, সেই সময়ত সমাজত এনে গতিশীল দৃষ্টিভঙ্গীৰ অত্যন্ত আৱশ্যক হৈছিল। জাতিভেদভৰা আৰু জমিদাৰী সমাজ পৰম্পৰাই অন্ধবিশ্বাসৰ জৰিয়তে

উচ্চশ্ৰেণীক তথা ধনী লোকক সুবিধাৰ আসনত প্ৰতিষ্ঠিত কৰিছিল। আনহাতে যাতনাৰ চক্ৰতলত পিষ্ট গৰীব দুখীয়া শ্ৰেণীৰ বাবে একধৰণৰ 'ওভাৰহলিঙ'ৰ আৱশ্যকতা আছিল, আৰু সেয়া সম্ভৱ হৈছিল জন চেতনাত ভোাকাৰণি দিয়াৰ দ্বাৰাহে।

সাধাৰণ জনতাৰ আৰ্থিক আৰু সামাজিক দুখকষ্ট দূৰ কৰাটো তেতিয়ালৈ কোনো ৰাজনৈতিক আন্দোলনৰ লক্ষ্য হোৱা নাছিল। সমাজ সংস্কাৰকসকলে নিজ নিজ চেষ্টাত উফৰি পৰিছিল আৰু তেওঁলোকৰ গতিবিধিয়ে মূল কাৰণ বিচৰাৰ ঠাইত সামাজিক নিৰুৎসাহৰ লক্ষণহে সৃষ্টি কৰিছিল। এনেকুৱা এটি পৰিস্থিতিত এই গুৰুতৰ উত্তৰ দায়িত্ব আহি পৰিছিল সাহিত্যিকসকলৰ ওপৰত।

লিখকসকলৰ যি কোনো ভূমিকাৰ বাবে কেৰালাৰ সাহিত্যিক পটভূমি সাজু আছিল। সেই সময়ত ভাষা আৰু সাহিত্য মানুহৰ বৰ ৰুচি আছিল, কিন্তু সেই অভিৰুচি 'কলা কলাৰ কাৰণেহে' আদৰ্শতে সীমাবদ্ধ আছিল। সেই কালছোৱাত মালয়ালম ভাষাত বহুত পত্ৰিকা—আলোচনী প্ৰকাশিত হৈছিল, সিবিলাক বিশেষভাবে সাহিত্য বিষয়ক আছিল।

তক্ষীয়ে নিজৰ ৰচনাত সাধাৰণ মানুহৰ চিন্তাভাৱনা, পৰম্পৰা আদিৰ তীক্ষ্ণ ৰূপক স্থান দিলে।—কেশৱদেৱে নিজৰ শ্ৰমিক-সঙ্ঘৰ অনুভূতিৰ আধাৰত সাধাৰণ জনতাক কৰা শোষণ আৰু দমনৰ বিৰুদ্ধে লেখনী চলালে—অন্তৰ্ভেদী তেওঁৰ নিবেদনশৈলী আৰু তীক্ষ্ণ শব্দমালা। পোন্কুন্নম ৱৰ্কীয়ে কেথলিক সমাজৰ কুৰীতিসমূহৰ বিৰুদ্ধে দৃঢ়তাৰে বিৰোধ কৰিলে—সেইখন সমাজৰ তেঁৱো এজন নাগৰিক আছিল। ললিতাম্বিকা অন্তৰ্জনমে নিজে জন্মগ্ৰহণ কৰা নম্বাতিৰি সম্প্ৰদায়ৰ দোষবোৰ প্ৰকাশ কৰিলে। বৈক্কম মুহম্মদ বশীৰে নিজৰ মুছলমান ভাই সকলক অজ্ঞানতাৰ পৰা উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছিল আৰু ৰাজনৈতিক অত্যাচাৰৰ নিন্দা কৰিছিল। কাৰূৰ নীলকণ্ঠ পিল্লেইয়ে সাধাৰণ মানুহৰ আশা আকাঙ্ক্ষাক বৰ চিন্তাশীলতাৰে লিপিবদ্ধ কৰিছিল। আন লিখকসকলেও সামাজিক দোষৰ বিৰুদ্ধে এই 'ধৰ্মযুদ্ধ'ত ভাগ লৈছিল।

এই লিখকসকলে নিজস্ব সৃজনী প্ৰতিভাক অকল সামাজিক দোষ প্ৰকাশ কৰাতে সীমিত ৰখা নাছিল ; জীৱনৰ সমস্যাবোৰ আৰু মানব-সম্বন্ধৰ বিৰাট সজ্ঘৰ্ষসমূহৰ ওপৰতো তেওঁলোকে লেখনী চলাইছিল। এই বিষয়ত এছ. কে. পোট্টেকাট আৰু পী. সী. কুট্টীকৃষ্ণণৰ নাম উল্লেখযোগ্য।

ৰেউৰ ৰামন নায়াৰ, ঈ. এম. কোবুৰ, নাগৱল্লী আৰ. এস. কুৰূপ, সৰস্বতী আম্মা, পুঞ্জিক্কৰা ৰাফী আদি আন আন লিখকসকলে নিজৰ নিজৰ মৌলিক সৃষ্টিৰে মালয়ালম গল্প সমৃদ্ধ কৰিছে। এওঁলোকৰ কোনোজনেই ভাবৰ অভিব্যক্তি আৰু ৰচনাশৈলীৰ বৈশিষ্ট্যত আনজনতকৈ নিম্ন পৰ্য্যায়ৰ নহয়। এনেদৰে জীৱনৰ বাস্তৱতাক বন্দী কৰা বিষয়ত গল্প-সাহিত্যই আন সাহিত্যিক মাধ্যমতকৈ অধিক সামৰ্থ্য লাভ কৰিছিল।

কেৰালা প্ৰগতিশীল লিখক আন্দোলনৰ দৰে এই ক্ষেত্ৰতো উত্থান আৰু পতনৰ পৰিস্থিতি আহিছিল। প্ৰথমতে লিখকসকলে সামাজিক উত্তৰদায়িত্ব গ্ৰহণ কৰা চিন্তাধাৰাৰ প্ৰতি মানুহ বিশেষভাবে আকৃষ্ট হ'ল ; কিন্তু সেই ভাব হঠাতে অবহেলা আৰু ঘৃণালৈ পৰিবৰ্ত্তিত হ'ব ধৰিলে। সামাজিক উত্তৰদায়িত্বৰ সিদ্ধান্তৰ অনুশীলনক চৰম সীমালৈ ঠেলি দিয়া হ'ল। আনকি লিখন-কলাশিল্পলৈ বিসম্বাদৰ সৃষ্টি হ'ল। লগতে বিশ্বসাহিত্যৰ আধুনিক ৰূপ পৰিৱৰ্ত্তনৰ প্ৰভাবো পৰিল। সৃজনৰ ইচ্ছাৰ ক্ষেত্ৰত লিখকে কোনো প্ৰকাৰৰ বন্ধন মানি লবলৈ সাজু নহয়। তাৰে কিছুমানে কোনো বিশেষ মুহূৰ্ত্তৰ বা পৰিস্থিতিৰ চাৰিওপিনলৈ লক্ষ্য কৰাতকৈ তাৰ অন্তৰ্দ্বন্দ্বৰ স্তৰলৈ অনুসন্ধান চলোৱাৰ বাবে উত্তেজিত হৈ পৰিল। তেওঁলোকে বাহ্যিক দিশক উপেক্ষা কৰি, আন্তৰিক ৰূপৰ পৰ্য্যবেক্ষণ কৰিবলৈ বিচাৰিলে। মানৱমনক প্ৰভাবিত কৰা অসন্তোষ, অতৃপ্তি আৰু অশান্তিৰ অভিব্যক্তিৰ ওপৰত তেওঁলোকে প্ৰাধান্য দিলে। ঘটনাৰ ক্ৰমিক বৰ্ণনাতকৈ তেওঁলোকে পাঠকৰ সমুখত চিত্তবৃত্তি আৰু পৰিবেশৰ দ্বাৰা অনুভূতি নিবেদনক শ্ৰেষ্ঠতাৰ স্থান দিলে। এই নবীন ভাবপ্ৰদৰ্শনৰ কাৰণে তেওঁলোকে প্ৰাচীন ৰূপ আৰু দৃষ্টিভঙ্গীক অপৰ্য্যাপ্ত অনুভৱ কৰিলে।

তেওঁলোকৰ এতিয়া আদৰ্শ ছোমাৰছেট মম, ষ্টেইনবেক বা আন ডাঙৰ গল্প লিখক নহয়। তেওঁলোক এতিয়া জেমছ জয়েচ, কাফকা আৰু কামুৰ পিনে মুখ ঘূৰালে। তেওঁলোকে ভাৰ্জিনীয়া উল্ফ, মাৰ্চেল প্ৰাউষ্টৰ পিনেও আকৃষ্ট হয় অৰ্থাৎ অচেতন আৰু অৱচেতনৰ সমস্যা তথা জটিলতাৰ অনুসন্ধানৰ বাবে 'চেতনা-ধাৰা'ৰ 'টেকনিক'ৰ পিনেও ধাবিত হ'ল। কথা-তত্ত্বক সামৰণিৰ শাৰীলৈ ঠেলি দিলে। কাহিনীয়ে যুক্তিৰ ক্ৰমৰ পৰা আঁতৰি গ'ল। চৰিত্ৰ—সামাজিক বা পাৰ্থিৱ নহৈ বাতাৱৰণৰ সৃষ্টি হব ধৰিলে আৰু বাতাবৰণে বিক্ষিপ্ততাৰ বাহিৰে তেওঁলোকক আন একো দিবলৈ অসমৰ্থ হ'ল।

তথাপি এই ৰচনাধাৰাক মহত্বহীন বুলিব নোৱাৰি। তেওঁলোকে সমকালীন বাতাৱৰণ অতি সূক্ষ্মতাৰে চিত্ৰিত কৰিলে। এই নতুন পুৰুষৰ ৰচনা সম্পৰ্কে সাধাৰণতে এটা আলোচনা বা অভিযোগ শুনা যায় যে এয়া অশ্লীল আৰু অস্পষ্ট। কিন্তু ইয়াৰ বিৰুদ্ধ মতো আছে।

এই নতুন লেখকচামৰ ভিতৰত প্ৰতিভাশালী কেইজন হ'ল—এম. টী. ৱাসুদেৱন নায়াৰ, টী. পদ্মনাভ, কে. টী. মুহম্মদ, পাৰপ্পুৰত্তু, নন্দনাৰ, মাধৱীকুট্টি, কোবিলন, এম. পি. নাৰায়ণ পিল্লেই, কাক্কনাটন, মুকুন্দন, ৱি. কে. এন, ও. ৱী. বিজয়ন, এন. পী. মুহম্মদ, পুতুৰ উনিকৃষ্ণন, মলয়াট্টূৰ ৰামকৃষ্ণন, আৰ. জি. ৱিৱেকানন্দন।

উৰ্বৰ মালয়ালম কথাসাহিত্যৰ ক্ষেত্ৰত বৰ্তমানে প্ৰস্তুত সংগ্ৰহটিৰ সমান আন কোনো সংগ্ৰহে প্ৰতিনিধিত্ব কৰিব পৰা নাই। নিৰ্বাচক আৰু সঙ্কলকৰ কাম অতিশয় দুষ্কৰ আৰু ব্যক্তিমুখী হয়। এজন লিখকৰ বহুতো সুন্দৰ গল্পৰ মাজৰ পৰা কোনো এটা গল্প বাছি লোৱাটো আৰু বেচি কঠিন কাম। এনে পৰিস্থিতিত বাছনি ব্যক্তিগত আৰু ফলত আত্ম-চেতনা সূচক হয়। উদাহৰণ স্বৰূপে, এই সংগ্ৰহত মালয়ালম কথা-সাহিত্যক প্ৰাৰম্ভণিৰ পথপ্ৰদৰ্শকসকলৰ ৰচনা সংযোগ কৰা হোৱা নাই, কাৰণ সেই ৰচনাসমূহ প্ৰাসঙ্গিক নহয়। আধুনিক কালৰ—বহুত পুৰণি নহলেও কিছু প্ৰবীণ লেখকৰ ৰচনাও ঠাইৰ অভাবৰ কাৰণে সঙ্কলনটিত সুমুৱাব পৰা নহল। মই আশা কৰো যে এই সংগ্ৰহটিয়ে পাঠকসকলৰ মাজত পৰ্য্যাপ্ত পৰিমাণে অভিৰুচিৰ

সৃষ্টি কৰিব। আৰু এই প্ৰচেষ্টাই আন সংকলনৰ প্ৰেৰণাও জগাব, য'ত আন আন প্ৰতিভাশালী লিখকসকলৰো ৰচনাই স্থান পাব।

—ওমচেৰী এন. এন. পিল্লেই

# ভাৱী স্বামী

ভাৱী স্বামী ধনবান, সুন্দৰ, বিদ্বান আৰু যশস্বী হব লাগিব। ৰজনীয়েও এই দৰেই ভাবিছিল। ঘৰত বিয়া-বাৰুৰ কথা ওলোৱাৰ পৰাই তেওঁ সৰ্বগুণসম্পন্ন এজন স্বামীৰ ছবি মনত আঁকি লৈছিল।

স্কুলতো আটাইবোৰ লগৰীয়াৰ আলোচনাৰ মুখ্য বিষয় আছিল—ভাৱী স্বামী কেনে হোৱা উচিত। পদ্মাক্ষীয়ে তেওঁৰ স্বামীক এজন উকিলৰ ৰূপত ৰিচাৰিছিল,—নলিনীয়ে আকৌ তেওঁৰ স্বামী এজন পুলিচ ইন্‌সপেক্টৰ হব লাগিব বুলি কামনা কৰিছিল। নিজৰ আকাঙ্ক্ষা সম্পৰ্কে যুক্তি দৰ্শাবলৈ গৈ তেওঁ পুলিচ ইন্‌সপেক্টৰৰ গৌৰৱ আৰু সন্মানৰ বিষয়ে বহল সানি বৰ্ণনা কৰিছিল। লীলাৱতীয়ে আশা কৰিছিল তেওঁৰ স্বামী এজন 'জাজ' ( বিচাৰক ) হব। জাজ্ এজনৰ গুণ-কীৰ্তন কৰাৰ সময়ত তেওঁৰ ভাব-ভঙ্গিমা সাইলাখ এজনী জজৰ পত্নীৰ দৰে হৈ পৰিছিল। কোনেও নিজা নিজা স্বামীক আনতকৈ হেয় প্ৰতিপন্ন কৰিব নুখুজিছিল বাবেই, সময়ে সময়ে তেওঁবিলাকৰ আলোচনাই কাজিয়াৰ ৰূপ লৈছিলগৈ। এইদৰেই প্ৰত্যেকজনী ছোৱালীৰ ৰুচি আৰু কল্পনা অতি স্পষ্ট হৈ উঠিছিল।

লগৰীয়াসকলৰ কথাৰ প্ৰতিবাদ কৰি নলিনীয়ে কৈছিল, "পুলিচ ইন্‌সপেক্টৰক দেখিলেই সকলোৱে কঁপিবলৈ ধৰে।"

উত্তৰত লীলাৱতীয়ে কয়,—"তোমালোকেতো জানাই জজে অপৰাধীকে ফাঁচী পৰ্যন্ত দিব পাৰে।"

পদ্মাক্ষীয়ে মাজতে কৈ উঠে, "উকিল নেথাকিলে ইন্‌সপেক্টৰ আৰু জজে অকলে কি কৰিব পাৰে ?"

শেষত সৰোজিনীয়ে কয়, "মোৰ স্বামী সমৃদ্ধিশালী, বিদ্বান আৰু সুন্দৰ হব। তেওঁৰ আগত আটাইকে কুকুৰ নাইবা পোক-পৰুৱা যেনহে লাগিব। মোৰ স্বামীক আটায়ে মান-সন্মান কৰিব।"

এই প্ৰসঙ্গত আটাইৰে মন্তব্য একেটাই যে ভাবীস্বামী সুন্দৰ হবই লাগিব।

লগৰীয়াহতৰ ভিতৰত আটাইতকৈ আগতে নলিনীৰ বিয়াৰ কথা চলিল। নলিনীয়ে লগৰীয়াহতৰ পৰা এই কথা লুকাই ৰাখিছিল। বিয়া ঠিক হোৱাৰ পাচত তেওঁ পঢ়িবলৈ এৰিলে। তেওঁ পঢ়া এৰাৰ কাৰণ জানিবলৈ উৎসুক লগৰীয়াহতে তেতিয়াহে গম পালে যে নলিনীৰ বিয়া। তেওঁলোকে এইটোও গম পালে যে দৰা কোনোবা এটা কাৰখানাৰ ত্ৰিশ টকা দৰ্মহা পোৱা গোমস্তা। সুন্দৰ নহলেও দেখিবলৈ একো বেয়াও নহয়।

বিয়াৰ সময়ত লীলাৱতী, সৰোজিনী, পদ্মাক্ষী আদি সকলোবোৰ লগৰীয়া আহিল। তেওঁবিলাকে ভাবিছিল—মনৰ জোখাই দৰা নেপাই নলিনীৰ চাগৈ বৰ বেজাৰ; কিন্তু সকলোৱে নলিনীক প্ৰফুল্ল হৈ থকাহে দেখিলেগৈ। নলিনীয়ে তেন্তে ধেমালিতেহে সেইবোৰ কথা কৈছিল,—তেওঁবিলাকে ভাবিলে।

লীলাৱতীয়ে সুধিলে, "গোমস্তাৰ পত্নী হোৱাটোকে তুমি পছন্দ কৰিলানে?"

নলিনীয়ে উত্তৰ দিলে, "মোৰ পছন্দ-অপছন্দৰ কথা কোনে ভাবিব? তথাপি মই যাক স্বামী হিচাপে পাইছো তেওঁকে আনন্দমনে গ্ৰহণকৰাটো উচিত বুলি ভাবিছো।"

পদ্মাক্ষীয়ে নলিনীক ক'লে, "তুমি কিজানি পুলিচ ইন্‌সপেক্টৰ পালাহেতেন, পিচে কিয় তুমি গোমস্তাৰ লগত বিয়াত মত দিলা?"

অলপ দুখমনেৰে নলিনীয়ে ক'লে, "এই আটাইবোৰ বিধিৰ বিধান। আমি ভাবো এটা, কিন্তু হয়গৈ আন এটা।"

বিধিৰ বিধানৰ কথা শুনি সৰোজিনীৰ খং উঠিল। তেওঁ ক'লে, "বিধিক কিয় দুষিছা? আমি যি ভাবো, তাকে কৰিবলৈ শক্তিও থাকে। মাত্ৰ, বাট চাবলৈকে ধৈৰ্য লাগে। তুমি চাই থাকিবা, মোৰ বিয়া মোৰ ইচ্ছা অনুসৰিয়েই হব।"

নলিনীয়ে দৃঢ়স্বৰে ক'লে, "মই এই পৰিস্থিতিতে মোৰ বিবাহিত জীৱনত সম্পূৰ্ণভাবে সুখী হবলৈ চেষ্টা কৰিম।"

তাৰ পিচত সকলো বাদ-বিতণ্ডাৰ ওৰ পৰিল। লগৰীয়া সকলৰ মঙ্গল কামনাৰে নলিনীৰ বিয়া সম্পন্ন হ'ল। বিয়াৰ পিচত তেওঁলোক আটায়ে ঘৰাঘৰি গ'ল।

২

নলিনীৰ বিয়াৰ পাচতো সৰোজিনী, পদ্মাক্ষী, লীলাৱতী আদিয়ে একেলগে পঢ়াশালিলৈ অহা যোৱা কৰি থাকিল, আৰু আগৰদৰেই ভাবী স্বামীৰ বিষয়ে বাক্-বিতণ্ডাও চলি থাকিল। তেওঁবিলাকে নলিনীৰ দৰে ফান্দত ভৰি নিদিবলৈ স্থিৰ কৰিলে। তেওঁবিলাকৰ ভিতৰত পদ্মাক্ষীয়ে সদায় বুদ্ধি খটুৱাই কাম কৰিব পাৰিছিল। তেওঁ ক'লে, "নিজৰ পৰিস্থিতি অনুসৰি নলিনীয়ে উচিত কামেই কৰিলে। ডাঙৰ ড'ঙৰ প্ৰতিজ্ঞাবোৰ যে পূৰণ কৰিবই লাগিব, তাৰ কিবা মানে আছেনে ?"

পদ্মাক্ষীৰ কথাত সৰোজিনীৰ খং উঠিল। তেওঁ প্ৰতিবাদ কৰি ক'লে, "তুমি কি অৰ্থহীন কথা কৈছা ? আমিনো বাৰু কিহত কম ? শিক্ষাই নাই নে ৰূপেই নাই ?"

লীলাৱতীয়ে সৰোজিনীৰ কথাত হয়ভৰ দিলে। তেওঁ ক'লে, "আমাৰ শিক্ষা আৰু সৌন্দৰ্যৰ তুলনাত আমাৰ আকাঙ্ক্ষা তেনেই সাধাৰণ।"

পদ্মাক্ষীয়ে সেই কথাত ইতিকিং কৰি ক'লে,—"আইদেউ সকল, আজিকালি শিক্ষা আৰু সৌন্দৰ্যৰ কি মূল্য আছে ? টকাইহে সকলো। সেয়ে টকাৰ পিচতহে সকলোৱে দৌৰিছে। টকাৰ আগত সকলো অৰ্থহীন। আমাতকৈও শিক্ষিতা আৰু সুন্দৰী কত ছোৱালী আবিয়ৈ হৈ আছে।

সৰোজিনীয়ে পদ্মাক্ষীক খং কৰি ক'লে, "তুমি ধনী ঘৰৰ ছোৱালী কাৰণেই ধনৰ পক্ষ লৈছা। ধনৰ গৰ্বতে তুমি গৰ্বি। সেই অহঙ্কাৰ তোমাৰ লগতে থাওক। আমি দুখীয়া হলো কি হ'ল ? আমাৰো ইচ্ছা-আকাঙ্ক্ষা আছে। ইচ্ছা অনুসৰি যদি স্বামী নেপাও, বিয়া নোহোৱাকৈয়ে থাকিম।"

পদ্মাক্ষীয়ে আৰু একো নেমাতিলে।

সৰোজিনীয়ে প্ৰতিজ্ঞা কৰিলে—উকিল নেপালে তেওঁ কাৰো ডিঙিত বৰণ-মালা নিপিন্ধায়।

কেতিয়াবা কেতিয়াবা সৰোজিনীয়ে ভাবী স্বামীক লৈ দিবাস্বপ্ন দেখি আনন্দ অনুভৱ কৰে। তদুপৰি ভাবী স্বামীৰ সৈতে ভ্ৰমণ কৰাৰ কথা কল্পনা কৰি তেওঁ ভাবে, আটায়ে তেওঁবিলাকক সন্মান কৰিব। তেওঁ সপোন দেখে—উকিল স্বামীৰ কাষলৈ বহুত মানুহে নিজৰ নিজৰ সমস্যাৰ দিহা পৰামৰ্শ বিচাৰি আহিব। কেতিয়াবা কেতিয়াবা স্বামীৰ অনুপস্থিতিত তেৰো পৰামৰ্শ দিয়াৰ সুযোগ পাব। জজ, ইন্‌সপেক্টৰ আদিয়ে তেওঁৰ স্বামীৰ ওচৰত মূৰ দোঁৱাব। মহিলা সকলে তেওঁৰ স্বামীক দেখি ঈৰ্ষা কৰিব, কিন্তু কোনেও তেওঁৰ কাষ চাপিব নোৱাৰিব। সৰোজিনীৰ স্বামীৰ প্ৰেম সৰোজিনীৰ বাবেই সীমিত হৈ ৰ'ব।

সৰোজিনীৰ বিপক্ষে কোনো লগৰীয়াই একো নকয়। সৰোজিনীয়ে ভাবে,—মোৰ বিয়া হৈ যাওক তেতিয়া দেখিম ; আটায়ে মোৰ ওচৰত মূৰ দোঁৱাব।

এবছৰ পাৰ হৈ গ'ল। তিনিওজনীয়ে মেট্ৰিক পাছ কৰিলে। আটাইৰে কলেজত পঢ়াৰ ইচ্ছা আছিল। কিন্তু সৰোজিনী আৰু লীলাৱতীহঁতৰ আৰ্থিক অৱস্থা কলেজত পঢ়িব পৰা বিধৰ নহয়।

সৰোজিনীৰ দেউতাক আছিল এজন সাধাৰণ খেতিয়ক। কঠোৰ পৰিশ্ৰম কৰি তেওঁ পৰিয়ালটিক পোহপাল দিছিল। বহুকষ্টেৰেহে তেওঁ সৰোজিনীক মেট্ৰিকলৈ পঢ়ুৱালে। এতিয়া সৰোজিনীৰ দুটা ভায়েকেও হাইস্কুল পাইছে। সৰোজিনীক কলেজত আৰু দুটা লৰাক স্কুলত পঢ়ুৱাবলৈ খেতিয়ক দেউতাক টকা পইচাৰ ফালৰ পৰা অসমৰ্থ। যদি সৰোজিনীক কলেজলৈ পঠিওৱা যায়, তেনেহলে তেওঁবিলাকে অনাহাৰতে দিন কটাব লাগিব।

ছোৱালীয়ে মেট্ৰিক পাছ কৰিলে, তাতকৈ বেচি পঢ়ুৱাৰ আৱশ্যক নাই,—সৰোজিনীৰ মাক-দেউতাকে ভাবিলে। এতিয়া তাইক বিয়া দি উলিয়াই দিবহে লাগে। শিক্ষিতা, সুন্দৰী, জীয়াৰীলৈ উকিল

দৰা ওলাব আৰু ধুমধামেৰে জীয়েকৰ বিয়া পাতিব,—এয়া আছিল দেউতাকৰ মনৰ ইচ্ছা। সৰোজিনীক মাকে কৈছিল, "ডাঙৰলৈ হাত মেলিব নেলাগে; নিজৰ অৱস্থা অনুসৰি সাধাৰণ দৰা এটাৰ লগতে বিয়া পতা উচিত। সৰোজিনীয়ে মাকৰ লগত একমত হব নোৱাৰি পৰোক্ষভাবে বিদ্ৰোহ কৰিছিল। তেওঁ কৈছিল,—"আঃ মাৰ ইচ্ছা অনুসৰি মই এতিয়া···!"

পদ্মাক্ষীৰ দেউতাক ধনী মানুহ। তেওঁ জীয়েকক উচ্চশিক্ষা দিবলৈ সক্ষম। তথাপি তেওঁ জীয়েকৰ বিয়া পতাকে উচিত বিবেচনা কৰি দৰা বিচাৰিবলৈ ধৰিলে আৰু সোনকালে সফলকামো হ'ল। পদ্মাক্ষীৰ কাৰণে তেওঁ এটি ধুনীয়া ইঞ্জিনিয়াৰ ডেকা পালে। সেই বলিষ্ঠ ডেকাজনে পদ্মাক্ষীক চাবলৈ আহিল আৰু তেওঁৰ অমায়িক ব্যৱহাৰেৰে আটাইকে মুগ্ধ কৰিলে। সেই দিনা আকৌ লীলাৱতী আৰু সৰোজিনীয়ে পদ্মাক্ষীক লগ পাবলৈ আহিছিল। লৰাটো পদ্মাক্ষীৰ যোগ্য পাত্ৰ বুলি সকলো একমত হ'ল। লীলাৱতীৰো লৰাটো বৰ পছন্দ হৈছিল। তেওঁ সৰোজিনীৰ মত জানিবলৈ বিচাৰিলে, কিন্তু সৰোজিনীয়ে মাত্ৰ 'হু' বুলি কৈ ৰ'ল।

লীলাৱতীয়ে ক'লে,—"পদ্মাক্ষীয়ে স্বামী হিচাপে এজন উকিল বিচাৰিছিল, এতিয়া ইঞ্জিনিয়াৰৰ ৰূপত তাতোকৈ বেচি ভাল দৰাহে পালে। তেওঁ বৰ ভাগ্যৱতী!"

সৰোজিনীয়ে ক'লে, ইয়াত আকৌ ভাগ্যৰ কি কথা? মই ইয়াতকৈও সুযোগ্য স্বামী পাম।"

দুয়ো পদ্মাক্ষীৰ পৰা বিদায় ললে।

ঘৰলৈ আহি সৰোজিনীয়ে পদ্মাক্ষীৰ দৰাৰ মহত্ব স্বীকাৰ কৰি ভাবিলে, বাস্তৱত তেওঁ কোমল প্ৰকৃতিৰ আৰু পৰিপক্ক বুদ্ধিৰ ডাঙৰ বিষয়া,—কিন্তু প্ৰত্যক্ষৰূপত তেওঁক মানি লব নোৱাৰি। তেওঁ ভাবিলে,—মোৰ স্বামী এওতকৈ যোগ্য আৰু সুন্দৰ হব। তেওঁৰ সমুখত এই সকল কাৰো মহত্ব নেখাটিব। তেওঁ নিজৰ সপ্নদেৱতাৰ লগতে দিন অতিবাহিত কৰিবলৈ ধৰিলে। কেতিয়াবা দেখে যেন কোনোবা সুন্দৰ যুবকে তেওঁলৈ প্ৰণয়ৰ দৃষ্টিৰে চাই আছে; তেওঁ

আকৰ্ষিত হৈ সেই যুবকৰ কাষ চাপিবলৈ আগবাঢ়ে, কিন্তু যুবক দূৰলৈ আঁতৰি গৈ নাইকিয়া হয়। সপোনত তেওঁ চিঞঁৰি উঠাৰ লগে লগে টোপনি ভাঙে আৰু চকুমেল খালে দেখে বাস্তৱে কঠোৰ ৰূপত তেওঁৰ সমুখত দেখা দিয়ে। কিন্তু তেওঁ নিৰাশ নহয়। তেওঁ চকু মুদে ;—আকৌ তেওঁ আৰাধ্য দেৱতাক যেন অলপ আঁতৰত দেখা পায় আৰু লাহে লাহে তেওঁৰ কাষলৈ আগবাঢ়ি যায়।

বৰ ধুমধামেৰে পদ্মাক্ষীৰ বিয়া হৈ গ'ল। শহুৰেকৰ ঘৰলৈ যাওতে পদ্মাক্ষী সৰোজিনীহঁতৰ ঘৰৰ সমুখেৰে গ'ল। সেই সময়ত সৰোজিনী দুৱাৰমুখত বৈ আছিল। এই দৃশ্য সবোজিনীৰ অসহ্য লাগিছিল। পদ্মাক্ষীয়ে সৰোজিনীৰ ওচৰলৈ আহি বিদায় ললে ; আৰু বিয়াৰ খবৰ দিবলৈ আৰু চিঠিপত্ৰ লিখিবলৈ অনুৰোধ জনালে।

"হুঁ" উত্তৰত মালতীয়ে ক'লে।

আনন্দমনেৰে পদ্মাক্ষী গুচি গ'ল।

সৰোজিনীৰ দুচকু পানীৰে উপচি পৰিল।

৩

সুকোমল, সুঠাম যুবকক কেন্দ্ৰ কৰি দিবাস্বপ্ন ৰচাটোৱেই আজি-কালি সৰোজিনীৰ একমাত্ৰ কাম হৈ পৰিল। শিক্ষিতা আৰু সুন্দৰী হোৱাৰ যুক্তিৰে তাই ৰন্ধা-বঢ়া কাম কৰ্তব্যৰ ভিতৰত নধৰে। ৰন্ধাবঢ়া শেষ হোৱাৰ পাচতহে তাই বান্ধনিঘৰত ভুমুকি মাৰে। গা ধুই কপালত ফোট লবলৈ গৈ আয়নাত নিজৰ ৰূপসৌন্দৰ্য চাই বিভোল হৈ পৰে। ৰূপচৰ্চাত তৃপ্ত হৈ পালেঙত দীঘল দিয়ে-হাতত ইংৰাজী কিতাপ এখন লৈ ; —কিন্তু মন গুচি যায় কৰবালৈ।

ওচৰচুবুৰীয়াই সৰোজিনীৰ মাকক কয়, "জীয়েৰাক কাম-কাজ নিশিকালে, বিয়াৰ পিচত কেনেকৈ চলিব ?'

মাকে উত্তৰ দিয়ে, "তাই লিখাপঢ়া জনা ছোৱালী, কাম কৰে কেনেকৈ ? বিয়া হৈ গ'লে, নিজে শিকি লব। দেউতাকৰ অতি আদৰৰ জীয়েক। তাইক কামত লগালে তেওঁৰ খুং উঠে।"

কেইমাহমান এনেদৰে পাৰ হৈ গ'ল। কেবা ঠাইতো সৰোজিনীৰ বিয়াৰ কথাবতৰা চলিল। এজন বীমা কোম্পানীৰ এজেণ্ট, এজন কাছাৰীৰ পেস্কাৰ আৰু এজন বেপাৰীৰ ল'ৰাই সৰোজিনীক পছন্দ কৰিলে। সৰোজিনীৰ মাক-দেউতাকে তেওঁবিলাকক সোধ-পোছ কৰিলে আৰু তিনিজনৰ ভিতৰত এজনক বাছি লবলৈ সৰোজিনীক ক'লে। সৰোজিনীয়ে পিচে তেওঁলোকৰ এজনকো পছন্দ নকৰিলে।

অবশেষত সৰোজিনীৰ বিয়াৰ কথা বন্ধ হ'ল। সৰোজিনীয়ে মাকক ক'লে, "এনেবিলাক মানুহৰ লগত মোৰ বিয়াৰ কথা চলালে, মই প্ৰাণত্যাগ কৰিম।"

সৰোজিনীহঁতৰ ঘৰৰ কাষতে এখন প্ৰাইমেৰী স্কুল আছিল। তাত এজন নতুন শিক্ষক নিযুক্ত হ'ল। তেওঁৰ নাম এম. আৰ. মুট্টম। বাতৰিকাকতত তেওঁৰ কবিতা কিছুমান ছপা হৈছিল। আজিকালি তেওঁ সৰোজিনীহঁতৰ ঘৰৰ ওচৰতে থাকিবলৈ লৈছে। সৰোজিনীয়ে গা ধুবলৈ যাওতে, তেওঁ সৰোজিনীক প্ৰায়েই দেখে। কেতিয়াবা কেতিয়াবা সৰোজিনীৰ উদাস দৃষ্টি তেওঁৰ ওপৰত পৰে।

এদিন আবেলি শিক্ষকজনে সৰোজিনীহঁতৰ ঘৰলৈ আহি মাকৰ সৈতে কথাবতৰা পাতিছিল। সৰোজিনীৰ লগতো চা-চিনাকি হ'ল। তেওঁ এটা স্বৰচিত কবিতাও পাঠ কৰি শুনালে, সেয়া আছিল এটি ৰহস্যবাদী প্ৰেমগীত। সৰোজিনীয়ে বৰকৈ প্ৰশংসা কৰিলে।

এতিয়া শিক্ষকজনে ঘনাই তেওঁলোকৰ ঘৰলৈ আহ-যাহ কৰিবলৈ ধৰিলে আৰু প্ৰেমমূলক কবিতাৰ মাধ্যমেৰে নিজৰ ভালপোৱা প্ৰকাশ কৰিবলৈ ধৰিলে। শিক্ষকজনে মন কৰিলে যে, প্ৰেম সম্পৰ্কীয় আলোচনা সৰোজিনীয়ে ভাল পায়। সেয়ে তেওঁ বিভিন্ন ধৰণে প্ৰেমৰ মাহাত্ম্য বৰ্ণনা কৰিবলৈ ধৰিলে। তেওঁ ক'লে "প্ৰেম সৌন্দৰ্যৰ নিজৰা মুক্তিৰ দুৱাৰ, শান্তিৰ আহ্বান, ব্ৰহ্মাৰ সত্ত্বা" ইত্যাদি। সৰোজিনীয়ে একো বুজা নাছিল যদিও, শুনি থকাৰ আগ্ৰহ ক্ৰমে বাঢ়ি গৈছিল।

এদিন সৰোজিনীয়ে শিক্ষকক সুধিলে, "কেতিয়াও নেদেখা ব্যক্তিৰ লগতো প্ৰেমৰ সম্পৰ্ক হব পাৰেনে বাৰু ?"

যুবকে তেওঁৰ মুখলৈ চাই ক'লে, "নিশ্চয়, স্বৰ্গীয় প্ৰেমে কি কৰিব নোৱাৰে।"

সৰোজিনীয়ে আকৌ সুধিলে, "এজন মানুহৰ বিষয়ে একো নজনাকৈ তেওঁলৈ প্ৰেমভাব উপজিব পাৰেনে?"

শিক্ষকে ক'লে, "অসম্ভৱ নহয়, কাৰণ প্ৰেমৰ গীত আমাৰ চিত্ত-মনৰ অগ্নি-স্বৰূপ—সেয়া ঈশ্বৰৰ লীলা।"

সৰোজিনীয়ে সুধিলে, "নেদেখা-নজনা ব্যক্তিৰ প্ৰতি থকা প্ৰেম সফল হয়নে?"

শিক্ষকে ক'লে, "নিশ্চয় হয়। তাৰ উদাহৰণ ময়েই।"

সৰোজিনীয়ে ক'লে, "আপুনি কোনোবা এজনক দেখা নাই, তেওঁৰ বিষয়ে একো শুনা নাই অথচ প্ৰেমত পৰিছে। তেনে ক্ষেত্ৰত সেয়া প্ৰেম সফল হৈছেনে?"

তেওঁ উৎসাহেৰে উত্তৰ দিলে, "এৰা, এতিয়াতো সফল হৈছে। দেখা-শুনা হোৱাৰ আগৰে পৰা তোমাৰ প্ৰতি মোৰ প্ৰেম জন্মিছিল। আৰু এতিয়া সেয়া সফলো হৈছে। এই সকলো ভগবানৰে মহিমা।"

সৰোজিনীয়ে খঙেৰে উত্তৰ দিলে, "যিহকে পায় তাকে নকব। মোৰ আপোনালৈ এধানমানো আকৰ্ষণ নাই।"

আচৰিত হৈ তেওঁ ক'লে, "স্বৰ্গীয় প্ৰেমৰ, পবিত্ৰ প্ৰেমৰ নিন্দা নকৰিবা সৰোজিনী।"

সৰোজিনীয়ে ক'লে, "মই প্ৰেমৰ নিন্দা কৰা নাই, কিন্তু মই আন এজনক মোৰ প্ৰেম অৰ্পণ কৰিছো।"

যুবকে সুধিলে, "সেই ভাগ্যবান জন কোন?"

সৰোজিনীয়ে উত্তৰত ক'লে, "তেওঁ ভাগ্যবান, ধনবান, সুকোমল, পণ্ডিত আৰু যোগ্যবান। ক'ত তেওঁ আৰু ক'ত আপুনি!"

হাঁহি হাঁহি শিক্ষকে ক'লে, তেওঁ তোমাক ভাল পায়নে?"

"তাকে জানিবলৈকেতো মই আপোনাক সুধিছিলো। তেওঁক মই কাহানিও দেখা নাই, তেওঁৰ বিষয়ে একো শুনাও নাই"—সৰোজিনীয়ে উত্তৰ দিছিল।

যুবকজনে খিলখিলাই হাঁহি ক'লে, "তোমাৰ প্ৰেম নিশ্চয় সফল হব।"

তেওঁ গুচি গ'ল। লাহে লাহে সৰোজিনীহঁতৰ ঘৰলৈ অহা তেওঁ বন্ধ কৰিলে।

## 8

চাৰি পাঁচ বছৰ পাৰ হৈ গ'ল। সৰোজিনীয়ে ইমান বছৰে সুন্দৰ, সুকোমল, ধনবান আৰু পণ্ডিত স্বামীৰ প্ৰতীক্ষাত কল্পনা ৰাজ্যত বিচৰণ কৰিয়ে কটালে। তেওঁ কাল্পনিক স্বামীৰ হাতত ধৰি লাহে লাহে আগবাঢ়ে। তেওঁ যেতিয়া দূৰৈৰ পৰা মাতে, সৰোজিনীয়ে মূৰ দোঁৱাই কাষত থিয় হয়গৈ, তাৰ পাছত দুয়ো মিঠা মিঠা কথাত বিভোৰ হৈ পৰে। তেওঁৰ স্বামীয়ে তেওঁৰ চুমা গ্ৰহণ কৰে, আৰু দুয়ো একাত্ম হৈ যায়। বাস্তৱৰ কঠুৰা সত্যৰ পৰশত সৰোজিনীৰ স্বামী কিছুপৰৰ বাবে বিলীন হৈ যায়, কিন্তু চকুজাপ খোৱাৰ লগে লগে পুনৰ সুস্পষ্ট হৈ উঠে। এয়া কেবল কল্পনাহে, কল্পনা!

সৰোজিনীৰ মাক-দেউতাকে ক্ৰমে বোজা হৈ পৰা সৰোজিনীক ঘিণ কৰিবলৈ ধৰিলে। কাম-কাজ নকৰাকৈ বহি শুই থকাৰ অৱস্থা সেইখন ঘৰৰ নাছিল। আৰু আনেও সৰোজিনীক তেনে ৰূপত চাবলৈ টান পাইছিল। সেই কাৰণে মাকে দেউতাকক কৈছিল, "ছোৱালীৰ বিয়া পতাই উচিত। ইয়াত তাই বাণী হৈ আছে, আমি তাইক এইদৰে বহুৱাই বহুৱাই খুৱাব নোৱাৰো। আপুনি আৰু তাই 'জাজ'ৰ বাবে অপেক্ষা কৰিছে। আৰু কিমান বাট চাব? বাট চাওতে চাওতে ছোৱালী বুঢ়ী হব। ঠিক আছে, মোৰনো কবলৈ কি?

দেউতাকেও মাকৰ লগত একমত হয়। সেই সময়ত এজেণ্টজনকে বিয়া কৰাব পাৰিলেহেতেন। ধনীও আছিল, স্বাস্থ্য-পাতিও ভাল আছিল, দেখিবলৈ ও বিশেষ বেয়া নাছিল। গোমস্তাজনো ভাল আছিল। কিন্তু ছোৱালিয়ে আকৌ ডাঙৰ মানুহহে বিচাৰে। এতিয়াতো আৰু কোনো নহাই হ'ল।

এইবোৰ কথাশুনি সৰোজিনীৰ বেয়া লাগে। নিৰাশাই তেওঁক আবৰি ধৰে। তেওঁ নতুন নতুন কাপোৰ আৰু ফুলৰ হেপাহ কৰে। মাক তেওঁৰ প্ৰতি বিৰূপ হৈছিল, কিন্তু দেউতাকে মুখেৰে একো নকয়। এতিয়া তেওঁ গা ধুবলৈ চাবোন এটুকুৰাও নেপায়। ক্ৰীম, পাউদাৰ সনাৰ সলনি তেওঁ এতিয়া বেচি সময় বান্ধনি-ঘৰৰ ধোৱাৰ মাজতেই কটাব লগীয়া হ'ল। মাকে এতিয়া কামত খটুৱাবলৈ ধৰিলে। তেওঁৰ গাৰ কাপোৰো ফাটিবলৈ ধৰিছিল।

ৰাদ্ধিবাঢ়ি তেওঁ কেতিয়াও ভাল নেপাইছিল কিন্তু এতিয়া বান্ধিবলে বাধ্যহৈ তেওঁৰ অৱস্থা অসহনীয় হৈ উঠিছিল। তেওঁ মাথোন কল্পনাৰ পৃথিবী খনত কাল্পনিক স্বামীৰ সহযোগহে কামনা কৰে।

কাম কৰি কৰি লাহে লাহে তেওঁ কঠোৰ বাস্তৱজীৱনৰ আভাস পালে। তেতিয়া তেওঁ উপলব্ধি কৰিলে যে জীৱন কেৱল স্বপ্ন আৰু কল্পনাই নহয়। জীৱন পাথৰতকৈও অধিক কঠোৰ। এই সত্য তেওঁৰ লগৰীয়াহতে আগতেই চিনিছিল, সেয়েহে মনেবিচৰা স্বামীৰ চিন্তা এৰি নলিনীয়ে গোমস্তাজনক গ্ৰহণ কৰিছিল, আৰু পদ্মাক্ষীয়ে ইঞ্জিনীয়াৰজনক; লীলাৱতীৰ বিষয়ে সৰোজিনীয়ে একো গম পোৱা নাছিল। তেওঁ বিয়াৰ প্ৰস্তাৱ লৈ অহা সকলৰ কথা চিন্তা কৰিছিল, কিন্তু এতিয়া আৰু তাৰ পৰা একো লাভ নাই। তেওঁ গোমস্তা, এজেণ্ট বা ব্যবসায়ীৰ পুত্ৰৰ পত্নী হোৱা হলেই, তেওঁবিলাকে তেওঁক সুখত ৰাখিলেহেতেন আৰু মৰম কৰিলেহেতেন। সেইবোৰ ভাবি ভাবি তেওঁ কেতিয়াবা চকুপানী টুকিছিল।

মাকে তেওঁক দৰা পাবৰ কাৰণে সোমবাৰৰ ব্ৰত পালন কৰিবলৈ উপদেশ দিছিল। তেওঁ প্ৰত্যেক সোমবাৰে মন্দিৰলৈ গৈ প্ৰদক্ষিণ কৰিবলৈ ললে। এদিন সোমবাৰে তেওঁ দেখিলে—লীলাৱতী শিক্ষক-জনৰ লগত আহিছে। দুয়োকো একেলগে দেখি সৰোজিনী স্তব্ধ হৈ গ'ল। লীলাৱতীয়ে সৰোজিনীৰ হাতত ধৰি ক্ষমা খুজি ক'লে, "ধুমধাম নোহোৱাকৈয়ে বিয়াখন হ'ল, সেই কাৰণে কাকো নিমন্ত্ৰণ কৰা নহ'ল।"

সৰোজিনীয়ে একো নকলে আৰু কথাপাতিবলৈ লীলাৱতীক নিজৰ ওচৰলৈ টানি আনিলে। কিছু সময় কথা পতাৰ পাছত দুয়ো

বান্ধবীয়ে বিদায় ল'লে। যোৱাৰ পৰত শিক্ষকজনে এটা অৰ্থপূৰ্ণ হাঁহিৰে সৰোজিনীলৈ চাই গুচি গ'ল।

৫

মানুহৰ আশা-আকাঙ্ক্ষা ভৰিৰে গছকি নিষ্ঠুৰ কালে জীৱনটোক আগুৱাই লৈ যায়। সৰোজিনীয়ে এতিয়া বত্রিশ বছৰ বয়সত ভৰি দিলেহি।

এদিন সৰোজিনীয়ে মনোযোগেৰে নিজৰ ৰূপ নিৰীক্ষণ কৰিলে। নিজৰ চেহেৰা দেখি কৰবোৱাবাকৈয়ে সৰোজিনীৰ মুখৰ পৰা ওলাল— "হে ভগৱান!" তেল শেষ হৈ যোৱা চাকিৰ নুমাই কোঁচখাই যোৱা শলিতাডালিৰ দৰে সৰোজিনীৰ মুখত বয়সৰ ৰেখাবোৰ পৰিছে।

ৰাতি আটায়ে শোৱাপাটিত পৰাৰ পাছত সৰোজিনীয়ে চাকিৰ কাষত বহি আপোন ভাবত বিভোৰ হৈ আছে। এই সময়ত চাহ-দোকানী কোন্তি আহি ওলাল। এই ঘৰলৈ সি অবাধে যি কোনো সময়তে আহিব পাৰে, কাৰণ ঘৰৰ আটাইৰে তাৰ ওপৰত অগাধ বিশ্বাস।

কোন্তি অকলশৰীয়া, বিয়াবাৰু কৰোৱা নাই। সৰোজিনীয়ে বুজন হোৱাৰে পৰা কোন্তিক চাহৰ দোকানত বহি থকা দেখি আহিছে। তামোল খাওতে খাওতে তাৰ চেহেৰা আৰু কুৎচ হৈ পৰিছে। কোন্তিক কোনোবাই বিয়াৰ কথা সুধিলে কয়, "তোমালোকেই বিয়াবাৰু কৰাই সুখেৰে থাকা মোৰ হলে এয়াই সুখ।"

সৰোজিনীৰ ওচৰত বহি কোন্তিয়ে সুধিলে, "সৰোজিনী চাকিৰ কাষত বহি তুমি কি সপোন দেখিছা?"

সৰোজিনীয়ে উত্তৰ দিলে, "টোপনি অহা নাই, সেয়েহে বহি আছো। মাক মাতোনে?"

"নেলাগে নেলাগে"—চোতালত পিক্ পেলাই কোন্তিয়ে ক'লে, "তুমি আৰু এইদৰে কিমান দিন অকলে থাকিবা সৰোজিনী?"

প্রশ্নৰ অৰ্থ বুজিও নুবুজাৰ ভাওজুৰি সৰোজিনীয়ে ক'লে, "নবহে' বাৰু, এতিয়া শোওগৈ।"

সি পুনৰ প্ৰশ্ন কৰিলে, "অকলে থকাটো জানো উচিত?"

সৰোজিনীয়ে ক'লে, "তুমিওতো অকলশৰীয়া।"

কোন্তি অলপ অপ্ৰস্তুত হ'ল। অলপ পৰৰৈ ক'লে, "মোৰ কথা বেলেগ।"

সৰোজিনীয়ে ক'লে, "মোৰো কথা বেলেগ। এইবোৰ ভাগ্যৰ খেলা।"

দুয়ো কিছুপৰ মনে মনে থাকিল। আজি সৰোজিনীৰ সকলো আশা, সকলো কামনা চকুলো হৈ বৰলৈ ধৰিলে। ৰুদ্ধ কণ্ঠেৰে সৰোজিনীয়ে ক'লে, "কোন্তি ককাইদেউ, এয়া সকলো মোৰ বাবে ভগবানৰ অটল বিধান।"

কোন্তিয়েও কলে, "এৰা, এই সকলো ভগবানৰ খেলা।" কিছু সময় পাছত কোন্তিয়ে কিবা কব খুজিলে, কিন্তু ডিঙিৰ কাষলৈকে আহি সেই কথা থমকি ৰ'ল। সৰোজিনীয়ে সুধিলে, "কিবা কব খুজিছানেকি?"

"একো নাই।"

অলপ পাছত সৰোজিনীয়ে সুধিলে, "নিশা কিমান হ'ল?"

"বাৰ বাজি গল।"

"বাৰ বাজি গল!"

"হু।"

সি উঠিল, এটা দীৰ্ঘনিশ্বাস পেলাই কিবা কব খুজিলে কিন্তু কব নোৱাৰিলে। এক অস্পষ্ট ধ্বনি উঠি মাৰ গ'ল।

তেওঁ সুধিলে, "কি?"

"একো নহয়, শুই থাকাগৈ।"

"মই শোওগৈ, তুমিও যোৱাগৈ।

"তুমি বিছনাত পৰিলেহে মই যাম। বাতি অকলে বহি থকা উচিত নহয়।"

তেওঁ চাকিটো লৈ থিয় হ'ল। কোন্তিয়ে দীঘলকৈ এটা হুমুনিয়াহ কাঢ়িলে। তেওঁ কোঠালৈ সোমাই আহি দুৱাৰ বন্ধ কৰি দিলে।

চাকিটো লৈ তেওঁ বন্ধ দুৱাৰৰ কাষতে থিয় হৈ ব'ল। এক নিঃশব্দতা! এক দুঃসহ নিঃসঙ্গতা!! এক দীৰ্ঘনিশ্বাস!!! চাকিটো নুমাই থাকিল। তেওঁ দুৱাৰ খুলিলে।

কোন্তি মূৰ্তিৰ দৰে থিয় হৈ আছিল। তেওঁ লাহে লাহে সুধিলে, "তুমি এতিয়াও যোৱা নাই?"

কোন্তিয়ে সুধিলে, "তুমি এতিয়াও শোৱা নাই?"

আকৌ কিছুপৰ নিমাত।

তেওঁ সুধিলে, "নোযোৱা নেকি?"

কোন্তিয়ে ক'লে, "নোশোৱা নেকি?"

আকৌ কিছুপৰ নিস্তব্ধতা।

দুখোজ আগবঢ়াই কোন্তি আকৌ থিয় হৈ ৰ'ল। সি সোঁভৰিখন দাঙিব খুজিও আকৌ নমাই থলে।

সৰোজিনীয়ে ক'লে, "নোযোৱা নেকি?"

সি ক'লে, "নোশোৱা নেকি?"

"হু!" তেওঁ ক'লে।

"হু!" সি ক'লে।

---

# মাওনৰ কাহিনী

—তক্ষী শিৱশংকৰ পিল্লেই

"মা, দেউতা আজিও নাহে নেকি ?—প্ৰাৰ্থনাৰ মাজতে ত্ৰেস্যাই মাকক সোধে।

প্ৰাৰ্থনা কৰি থকাৰ সময়তো মৰিয়াৰ মনটো আছিল ঘাটৰ নাওৰ শব্দলৈ। তেওঁ ক'লে, "আহিব সোণজনী, আজিয়েই আহিব।"

মৰিয়াই সেইদিনাৰ কাৰণে প্ৰাৰ্থনা সামৰিলে। পোৱা খাদ্যখিনিৰ কাৰণে কৃতজ্ঞতা জনালে। ত্ৰেস্যাই দোহাৰিলে। হাত প্ৰসাৰিত কৰি থকা, মূৰটো এপিনে হলাই থকা, কাপোৰ অলপ ঢিলা হৈ পৰি থকা, শুদা পেটৰ আধামেলা ওঠৰ আধা মুদ খোৱা চকুহালিৰে খুটাত ওলমি থকা আকৃতিলৈ ধ্যানমগ্ন হৈ চাই থাকিল। হুমাব খোজা বন্তিৰ শিখাত সেই আকৃতিৰ ওঠজুৰি কঁপি উঠা যেন লাগিল। ঈশ্বৰে তেন্তে কিবা কব খুজিছে! "দয়া কৰি আমাক ৰক্ষা কৰা,"—আকৌ সেই প্ৰাৰ্থনা! ত্ৰেস্যা নিৰবে আছিল।

ওচৰত শুই থকা বোছাই কিবা বিৰবিৰাই উঠিছিল। ত্ৰেস্যাই পুনৰ সুধিলে, "দেউতা যদি নাহে, তেনেহলে আমি খাম কেনেকৈ ?"

মাকে ক'লে, "আহিব সোণ।"

চাকি হুমাব খুজিছে। মৰিয়াই চাকিটো তুলি লৈ এবাৰ একতীয়া কৰি দিলে। নিশা গভীৰ হৈ আহিল। বৰষুণ পৰিব ধৰিলে। বতাহ বলিব ধৰিলে।

সিহঁতে নিৰবে প্ৰাৰ্থনা জনালে। সেই প্ৰাৰ্থনা এতিয়ালৈ অলিখিত হৈ আছে। চাৰি-পাঁচ ফুট দ জলাশয় আৰু নৈৰ গতিৰ বিপৰীতে যাব লাগে,—তেনেধৰণে একেবাৰে পাহাৰৰ নামনিলৈ। জলাশয়ৰ সীমা দেখা নেযায়। সহায়ৰ বাবে লগত এজনো মানুহ নাই। নৈত চাকনৈয়াও আছে। হাতৰ বাঁহডোখৰ যদি ভাঙি যায়, তেনেহলে? মৰিয়াই যীচুৰ চৰণযুগল সাবটি ধৰিলে। সিহঁতৰ তুজনী ছোৱালীও আছে।

ত্ৰেস্যাই পুনৰ সুধিলে, "দেউতা এই বৰষুণৰ মাজত কতবা আছে ? বৰষুণৰ পানীত তিতিলে জ্বৰ নহবনে ?"

মৰিয়াই চকুহালি মেলিলে। তাতো জানো কম পানী আছে ?

চাকিটো এতিয়াই নুমাই যাব। ঘাটত নাও অহা শব্দ শুনিবলৈ বুলি মাক-জীয়েকে বাহিৰৰ পিনে চালে।—ঘন অন্ধকাৰ। একো দেখা পোৱা নেযায়।

"মা, দেউতা—!"

"সোণ ত্ৰেস্যা !"

বাহিৰত কোনোবাই মাতিছে।

"অলপ সৌ চাকিটো দেখুৱাচোন সোণজনী।"

"চাকি নুমাই গৈছে, দেউতা।"

ত্ৰেস্যাই দ্বিতীয়বাৰ চাকিলৈ বাৰান্দালৈ আহিল। কিন্তু সেয়া পুনৰ নুমাই থাকিল।

মাওন বাৰান্দালৈ আহিল। হাতত এডাল লাঠি আৰু ডাঙৰ এটা টোপোলা।

"চাকিটো দেখুৱা, সোণ !"

"জুইশলা নাই, দেউতা !"

ত্ৰেস্যাই দেউতাকৰ ডিঙিত সাবটি ধৰিবলৈ এন্ধাৰত হাতেৰে খেপিয়াইছিল। কিন্তু দেউতাক ক'ত উৱাদিহ পোৱা নাই। বোছাও সাৰ পালে। তায়ো দেউতাকক চিঞৰি মাতিলে। তেওঁক ধৰিবলৈ গৈ বোছাৰ মূৰ ত্ৰেস্যাৰ ওঠত খুন্দা খালে।

"চৌকাতো জুই নাই নেকি ?"—মাওচ্চনে সোধে। আজি তেন্তে ঘৰত জুই জ্বলা নাই ! মাওচ্চনৰ মগজু গৰম হৈ উঠে। আজি চৌকা জ্বলাই নাই।

"আজি মোৰ বাছাহঁতে একো খোৱা নাই ? তুমি সিহঁতক একো দিয়া নাই !"

মাওচ্চন তিতিছিল। প্ৰথমতে বোছাই তেওঁক সাবটি ধৰিলেগৈ। তেওঁ বোছাক কোলাত তুলি ল'লে।

"সিহঁতক পুৱা আৰু আবেলি খাবলৈ দিলো। ৰাতিৰ কাৰণে

একো নাছিল।” মৰিয়াই কৈ গ'ল, “চুবুৰীয়াৰ পৰা ছোৱালী হতে কিবাকিবি পাইছে। আজি ক'তো একো কাম নহল। পুৱাৰ পৰাই বৰষুণ হৈ আছে।”

“তেন্তে তুমিও একো খোৱা নাই ?” মাওচ্চনে ঘৈনীয়েকক সোধে।

“নাই।”

ছোৱালীজনীক বহুৱাই থৈ মাওচ্চনে জুইশলা আনিবলৈ গ'ল। মাজনিশাহে ঘৰত পোহৰ পৰিল। তাৰ পিচতো সিহঁত শোৱা নাছিল, পতি-পত্নীয়ে কথা পাতিছিল।

গিৰীয়েকে ক'লে, “তিনি টকা দিলে। তাৰ পিচত মটৰত উঠি তেওঁলোক এৰ্ণাকুলামলৈ গুচি গ'ল।”

“আৰু এই চাবি অনা ?”

“পালৈত কফি খাবলৈ দিছিল। খুন্দি খোৱা শস্য নাছিল। মই কফি নেখালো।”

“চাউল ক'ব পৰা···”

“ৰাস্তাৰ খৰচৰ পৰা মই বচাইছিলো।”

“কিমান আছে ?”

“দুপোৱা।”

মৰিয়াই মাওচ্চন যোৱাৰ পিচত ঘটা সকলো কথা ক'লে। দুদিন পাতৰ থোঙা সাজিবলৈ মট্টকাট্টলৈ গৈছিল। ন অনা পাইছিল। এদিন তৰপ্পুৰমত চাউল খুন্দিবলৈ গৈছিল। এদিন চাৰিটা নাৰিকল বেচিছিল। আজি পিচে বৰষুণ দি থকাত বাহিবলৈ ওলাবই পৰা নাই।

“মই ছোৱালী দুজনীক শুদাপেটে ৰখা নাই।”

“তথাপিতো ভোকতে আছে।”

পুনৰ নিস্তব্ধতা। কিন্তু সেয়া নিদ্ৰাৰ নিস্তব্ধতা নাছিল, চিন্তাবহে আছিল। সেই নিস্তব্ধতা যি কোনো মুহূৰ্ততে সৰৱ হোৱাৰ সম্ভাৱনা আছিল।

“এতিয়া কিমান হব ?”

“চৈধ্য।”

"এই গোটেইখিনি পইচা দি দিবা নেকি ?"

"নহনো কি ! এৰছৰত এইখিনিয়েই হৈছে। তাইৰ বয়স আঠ-বছৰ হোৱা নাই জানো ? পাঁচ-সাত বছৰ আৰু বাকী আছে।"

অলপ সময় মনে মনে থকাৰ পিচত মাওচ্চনে ক'লে, "দহ পইচা বেচি দিব পৰামানেই বেচি ভাল, কিয়নো তেতিয়াহলে ভাল দৰা পোৱা যাব। এৰা, আমি কষ্ট সহ্য কৰিবই লাগিব।"

মৰিয়া একমত হ'ল। ভবিষ্যতৰ বিষয়ে ভাবি ভাবি দুয়ো নিদ্ৰাৰ কোলাত অচেতন হৈ পৰিল। সেই পতি-পত্নী হালে সপোন দেখিছিল···জীয়েকৰ বিয়া···তাইৰ ঘৰ···

ৰাতিপুৱাৰ লগে লগে মাওচ্চন অৰচ্চৰাত উপস্থিত হলগৈ। চাক্কোক লগপাবলৈ তাত চাৰি-পাঁচজন মানুহ ইতিমধ্যে বৈ আছেগৈ।

চাক্কো সেই অঞ্চলৰ ধনী মানুহ। তেওঁৰ বহুতো মাটি আৰু খেতি পথাৰ আছে। তেওঁৰ ধন সম্পদ সম্পৰ্কে বহুতো কাহিনী আছে। তেওঁ অহঙ্কাৰী নহয়, সহানুভূতিশীল। সদায় মিঠামাতেৰে কথা পাতে। আনৰ প্ৰতি ঘিণভাৱ দেখুওৱা এটা শব্দও তেওঁৰ মুখৰ পৰা নোলায়। ঈশ্বৰ ভক্তিৰ কথা যদি জানিব খোজে, তেনেহলে দেখিব তেওঁ প্ৰতি দেওবাৰে গীৰ্জালৈ যায়। ঈশ্বৰক নোসুঁৱৰাকৈ কোনো কাম নকৰে। অলপত এটা গীৰ্জাঘৰৰ কাৰণে এহেজাৰ টকা দান দিছে।

চাক্কোৰ টোপনি ভাঙিলত, বাহিৰলৈ আহি মাওচ্চনক দেখিলে—

"কেতিয়া আহিলা মাওচ্চন ?"

"কালি, ৰাতি।"

মাওচ্চনৰ চাক্কোৰ লগত অকলে কথা পাতিবলগীয়া আছিল। কিন্তু চাৰি-পাঁচজন মানুহ তাত বহি আছিল। তেওঁক লগ পাবলৈ আৰু মানুহ আহিয়েই আছে। মাওচ্চনৰ বেয়া লাগিল।

চাক্কোচ্চনক কফি খাবলৈ জীয়েকে মাতিলে। বহি থকা মানুহবোৰক এৰি চাক্কোচ্চন কফি খাবলৈ গ'ল। লগত মাওচ্চনো আছিল। অলপ পিচত মাওচ্চন উভতি আহিল। তেওঁৰ মুখত

তেতিয়া এটি উজ্জ্বলতা। এটা বিৰাট তৃপ্তি। তেওঁ চাক্কোক তিনিটা টকা দিছে। এনেদৰে তেওঁ ত্ৰেস্যাৰ বিয়াৰ কাৰণে চৈধ্য টকা গোট খুৱাই কিছু সন্তোষ পাইছিল।

চাক্কোৰ ঘৈনীয়েকে মাওচ্চনক অলপ কাঠ ফালিবলৈ মাতিলে। কাঠ ফলাৰ পিচত চাক্কোয়ে নিজৰ কামৰ কাৰণে মাতি নিলে। পথাৰত হাল লগোৱা হৈছে। চাক্কো তালৈ যাব লাগে। নাওবোৱা দায়িত্ব মাওচ্চনৰ।

নাৰেৰে গৈ থকাৰ সময়ত মাওচ্চনে চাক্কোৰ প্ৰসিদ্ধিৰ কথা বখানি গৈছিল। গোটেই পালৈত চাক্কোক আটায়ে জানে।

মাওচ্চনে চাক্কোৰ ছোৱালীৰ কাৰণে এটা দৰা চাইছে। বৰ ধনী, বাগিচা আছে।

"ভাবি চাব,"

"ভাবি চাম,"—চাক্কোৱে কলে।

খেতিপথাৰৰ পৰা অহাৰ পিচত গাই গৰুক ঘাহ খুওৱাৰ কাম মাওচ্চনক দিয়া হ'ল। সেয়া কৰাৰ পিচত নাৰিকলৰ পাত ঠিকঠাক কৰিলে। আকৌ দহমোন চাউল আনিব লাগে,—ইত্যাদি বহুত কাম। এনেদৰে গধূলি হ'ল।

মাওচ্চনৰ থিয় হৈ থাকিবলৈকে টান যেন লাগিছিল, ইমান ভাগৰ লাগিছিল। ৰান্ধনিঘৰৰ ওচৰলৈ গৈ অলপ তপত পানী বিচাৰিলে। পানী এতিয়া তপতোৱা নাই। ভাত উতলি আছে। সেই সময়তে চাক্কো সেইখিনি পাইছিলগৈ।

"আৰে, এতিয়া জানো পানী খোৱাৰ সময় ?"

অলপ বিৰক্তিৰে মাওচ্চনে ক'লে,—"একো নহয়। অলপ ভাগৰ…"

"দুপৰীয়া পেট ভৰাই খোৱা নাই ?"

"একো খোৱা নাই !"

"কিয় ?"

"ঘৰত একো নাছিল"

"বাৰু এই কামিলাবোৰক হাজিৰাৰ কানচ দি দিয়া।"

বানচ দিওতে দিওতে গধূলি ভালেখিনি হ'ল।"

চাক্কোৰ প্ৰাৰ্থনাৰ পৰ হ'ল। মাওচ্চনে পিঠি পোনাবলৈকে সময় পোৱা নাই। মনতো একাগ্ৰতা নাছিল। মূৰ খজুৱাই খজুৱাই মাওচ্চনে চাক্কোৰ পিচে পিচে গৈ থাকিল।

কিয়, তুমি নোযোৱা ?"

"অলপ ধান…"

"চাউল! কি কাৰণে?"

"ছোৱালীহঁতৰ কাৰণে ঘৰত একো নাই।"

"মই প্ৰাৰ্থনা কৰি আহো।"

মাওচ্চনে ভাবিলে ছয়সেৰ ধান বিচাৰিব। চাৰিসেৰ কামৰ বানচ হিচাপে আৰু দুসেৰ আজিৰ আহাৰৰ বাবে।

২

এতিয়াই কাৰোবাক পালৈত পহুছাই দিবলৈ মাওচ্চন যাব লাগিব, কিন্তু দেহৰ শক্তি ক্ৰমে বহুত টুটি আহিছে। সকলোৱে কয় যে—সি কাম কৰিব নোৱাৰে।

মাওচ্চনে মানুহবোৰক কয়, "মোকো কামলৈ মাতিব।"

আন কাকো নেপালেহে মানুহে মাওচ্চনক মাতে। তাক কিবা দিবলৈ হ'লে, মানুহবোৰে বেচি দিয়া যেন পায়। তথাপি মাওচ্চনে হিচাপ কৰিয়েই আছে। চাক্কোৰ ঘৰত মাওচ্চনে কৰিব পৰা বহুতো সৰু সুৰা কাম আছে। কতো কাম নেপালে, তালৈকে যায়। সকলো কাম কৰি উঠি চাৰি সেৰ ধান খুজি নিয়ে। এনেদৰে দিন যায়। কিন্তু এইদৰে দিন নিয়াই কি লাভ ?

কানি-কাপোৰ লব লাগে, তেল লব লাগে, গীৰ্জাঘৰত চান্দা দিব লাগে, ছোৱালীহঁতক পঢ়ুৱাব লাগে,—এই সকলোবোৰ চাক্কোচনৰ সহায়ত চলে। আনহাতে কাৰোবাৰ বেমাৰ-আজাৰ হ'লে, সেৱা-শুশ্ৰূষাৰ বাবেও মাওচ্চনকে মতোৱা হয়। তেওঁ নহলে আমি কি কৰিলোহেতেন !

"ময়ো তাকেই ভাবো।"

"এবা, কি কৰিলোহেতেন ?"

চাক্কোচন সিহঁতৰ বাবে ৰক্ষাকৰ্তা দেৱতা যেন হৈছে। কিমান দয়া ! কিমান ঈশ্বৰভক্তি !

বেচেৰাৰ একমাত্ৰ সপোন,—ছোৱালীজনীৰ জীৱন সুন্দৰ কৰি তোলাৰ। তেওঁৰ কামৰ পৰাই বুজিব পাৰি,—তেওৰ জীৱন-সুঁজৰ পৰিচয়। শিশু উপজিল, হাতভৰি লৰালে, পৰিল, বহিল, আঠু কাঢ়িলে আৰু এনেদৰে ডাঙৰ হৈ আহিল। অকণি ছোৱালীহঁত লাহে লাহে ডাঙৰ হ'ল। এতিয়া কিতাপ-চিলঠ লৈ স্কুললৈ যায়।

সিমানেই নহয়। কিছুদিন পিচত যেতিয়া আৰু ডাঙৰ হব, তেতিয়া সিহঁতৰ জীৱনৰ লগত আৰু এটা হিচাপ জড়িত হব,—যি হিচাপ জীৱন জুৰি হয়তো নিমিলিব। সেই কথা তাৰ মনত অঙ্কিত হৈছে। দিন যোৱাৰ লগে লগে সেই হিচাপ বাঢ়ি আছিল। মাওনে চাক্কোৰ হাতত নিতৌ অলপ নহয় অলপ জমা দিয়ে। সেই ধন বাঢ়ি বাঢ়ি নব্বৈ টকামান হৈছিল।

আমাৰ জীয়ৰী আছে,—এই দায়িত্বজ্ঞানে তেওঁক জীয়াই থকাৰ প্ৰেৰণা যোগাইছিল। সেই ছোৱালীহঁতৰ কাৰণে জীয়াই আছে, মাত্ৰ সিহঁতৰ কাৰণে। প্ৰতিদিনে গধূলি পতি-পত্নীয়ে হিচাপ কৰি যায়।

পত্নীয়ে পতিক সোধে, "কিমান টকা দিলে এটা সাধাৰণ দৰা পোৱা যাব,—যাৰ থকা ঘৰ এটা থাকিব।"

তেওঁ সোধে, "ইমান ধন গোট খুৱাবলৈ কিমান দিন লাগিব ?"

এনেদৰে তেওঁ ছোৱালীহঁতৰ কাৰণে ধন জমাই গৈছিল। এইভাৱে তেওঁলোকক আনন্দও দিছিল। ভোকত থাকিলেও তেওঁলোকে মুখেৰে 'আহ্' শব্দটোও উচ্চাৰণ নকৰিছিল। এটা আবেগৰ উত্তে-জনাতে তেওঁলোকে দিন কটাইছিল ; কাৰণ ছোৱালীৰ বিয়াৰ কাৰণে তেওঁলোকৰ হাতত ক্ৰমে ধন গোট খাই আহিছিল।

মাওচ্চনৰ কৰ্মতৎপৰতাৰ কথা গাওঁখনতে জনাজাত হৈ পৰিছিল।

ত্ৰেস্যাই নিতৌ দেউতাক-মাকে পতা কথা শুনিছিল। দিনে দিনে তেওঁলোকৰ জমাধন বাঢ়ি আহিছিল। কেতিয়াবা তেওঁলোকৰ

হিচাপত ভুল লাগিছিল। চাৰি আৰু তিনি গোট খুৱাই আঠ ধৰিছিল! ত্রেস্যাই জানিছিল তেওঁলোকৰ হিচাপ ভুল হৈছে। তাইৰ ইচ্ছা গৈছিল শুধৰাই দিবলৈ, কিন্তু ওঠৰ পৰা শব্দ বাহিৰলৈ ওলোৱা নাছিল। বয়স কম হলেও তাই তিৰোতাহে!

তথাপি ত্রেস্যাৰ অভিমান আছে, ধৈর্য্যও আছে। সিহঁতৰ অৱস্থা ইমান বেয়া নহয়। মাছবেচোতা 'তোমা'ৰ জীয়েকে এদিন কৈছিল, "আমি দুখীয়া!"

ত্রেস্যাই কৈছিল,—"আমি দুখীয়া হলো বুলি, সকলোতো নহয়।"

তাইৰ কথাৰ অৰ্থ নুবুজিয়েই চাক্কোৰ জীয়েকে হাঁহি উঠিছিল। ত্রেস্যাই নিজৰ কথাষাৰ দোহাৰিছিল।

এৰা, ত্রেস্যাই বুজি পায় সেই কথাৰ অৰ্থ। আনৰ মগজুৱে সেই কথা বুজিব নোৱাৰে।

এদিন দুপৰীয়া ত্রেস্যাই লগৰীয়াহঁতৰ লগত স্কুলৰ সমুখত খেলি আছিল। এনে সময়তে সিহঁতে বেণ্ডৰ মাত শুনিবলৈ পালে। শব্দ শুনি সিহঁতে ঘৰৰ পিনে দৌৰিলে···এখন বিয়াৰ শোভাযাত্রা সেয়া।

বিয়া কৰাই উঠি তেওঁলোক গৈ আছিল। মৰিয়াই তেওঁলোকক চিনি পায়। তেওঁ কলে, "সেয়া আমাৰ ঘৰৰ ওচৰৰে আন্না। লৰাজন আবিচ্চেৰিৰ।" কইনাই তেওঁলৈ চালে, তেওঁ হাঁহিলে।

ত্রেস্যাই সুধিলে, "যৌতুক কিমান?"

"মই নেজানো",—মৰিয়াই উত্তৰ দিলে।

ত্রেস্যাই বিয়াৰ শোভাযাত্রা চাই মূৰ্তিৰ দৰে থৰ হৈ ৰ'ল। তাইৰ মনত নানাধৰণৰ চিন্তাই চাকনৈয়াৰ সৃষ্টি কৰিব ধৰিলে। তাই যেন এই পৃথিবীত নাই; চাৰিওফালৰ কোনো বস্তুৰ ওপৰত যেন উপলব্ধি নাই। সকলো অপৰিচিত। তাইৰ মন জানো কলৈ উধাও হৈ গৈছে।

সকলোবোৰ লগৰীয়া আঁতৰি গৈছিল। অলপ দূৰ গৈ মৰিয়া বৈ গ'ল। তেওঁ ত্রেস্যাক মাতিলে। ত্রেস্যা সচেতন হ'ল। লৰ মাৰি লগৰীয়াহঁতৰ ওচৰ পালেগৈ। সিহঁতৰ এজনীয়ে ক'লে, "এইজনীয়ে তাতে থিয় হৈ হৈ বিয়াৰ সপোন দেখিছিল।"

দ্বিতীয়জনীয়ে সুধিলে, "দৰা পিচে ক'ৰ?"

তৃতীয়জনীয়ে সুধিলে, "যৌতুক কিমান ?"

ত্ৰেস্যাৰ খং উঠিল। তাই সকলোকে বকিলে। তেতিয়া আটাই-বোৰ লগৰ ছোৱালীয়ে হাঁহি দিলে।

ত্ৰেস্যাই ক'লে "হাঁহিছা কেলেই ? আমাৰ হাততো যৌতুকৰ ধন আছে। মোৰ মা-দেউতাই গোটাই আছে।" এই বুলি কৈ তাই তাৰপৰা গুচি গ'ল।

কেইবছৰমান পাৰ হ'ল। মাওচ্চনৰ হিচাপৰ ধন যথেষ্ট বাঢ়িল। লগতে বাঢ়িল ত্ৰেস্যাৰ শৰীৰ আৰু মন। এতিয়া তাই এজনী গাভৰু। সেই গোটোৱা ধন ওভতাই অনাৰ সময় আহিব ধৰিলে। তেওঁৰ জীয়েকৰ সমান বয়সীয়া ছোৱালীবোৰৰ মাক দেউতাক বিবুধিত পৰা দেখি মাওচ্চনৰ মনত সন্তোষ উপজিল,—তেওঁৰ জীয়েকৰ কাৰণে কিন্তু এটা ভাল দৰা পোৱা যাব।

· যেতিয়া পতি-পত্নীয়ে হিচাপ কৰি থাকে, সেই সময়ত ত্ৰেস্যাৰ মনে বিশাল পৃথিবীত কিহবাৰ অন্বেষণত যাত্ৰা কৰে। কবৰাত তাইৰ কাৰণেও কোনোবা পুৰুষে অপেক্ষা কৰি আছে। তেওঁ বাৰু কেনেকুৱা হব ? এতিয়া কি-বা কৰি আছে ? কামিজ টুপী পিন্ধি আহি তাইৰ ডিঙিত মঙ্গলসূত্ৰ পিন্ধাওতা জনৰ ছবি তাই মনৰ মাজত দেখিবলৈ পায়। ··· শহুৰৰ ঘৰ ! ··· সেই ঘৰ বা কেনেকুৱা ? ঘৰ আৰু মাটি নিশ্চয় তেওঁলোকৰেই। ··· তাই তেওঁলোকক মৰম কৰিব। শুশ্ৰূষা কৰিব ··· তাৰ সলনি তেওঁলোকেও তাইক মৰম নকৰিবনে ? তায়ো এদিন মাক হব।

ত্ৰেস্যাই এনেদৰে ভাবি থাকে। সেই অজ্ঞাত পুৰুষে তাইক টোপনিৰ পৰা জগালে তাই লাজতে মুঁছকছ যাব। কিমান বয়সত বিয়া হব বাৰু ? ষোলবছৰত বিয়া হোৱা লগৰ ছোৱালী দুই-এজনীৰ কথা তাইৰ মনত পৰে।

তাইৰ বয়স সোতৰ। ··· মোৰ বয়সৰ কথা চাগে' দেউতাই নেজানেই। কিন্তু মা'ই হলে ঠিক জানে।

এদিন মৰিয়াই মাওচ্চনক ক'লে, "এনেদৰে বহি থাকিলে নচলিব। ত্ৰেস্যাৰ সোতৰ বছৰ চলি আছে।"

"হু !" ত্ৰেস্মাই দীঘল হুমুনিয়াহ পেলায়।

মাওচ্চনে উত্তৰ দিয়ে, "মোৰ মনত আছে। মই বিচাৰি আছো। এটা লবা বিচাৰি উলিয়াবহে লাগে নহয় জানো? দুই-চাৰি পইচা বেচি হলে আৰু ভাল হয়।···

আৰু কিছুদিন পাৰ হ'ল। মাওচ্চন পাললৈ গৈছিল। উভতি আহি ক'লে, "লবা পালো। ভাল ল'ৰা। কুৰি বছৰ বয়স। বিড়িও নেখায়। একমাত্ৰ লবা। তাৰ এক একৰ মাটি আছে। অহা দেওবাৰে ছোৱালী চাবলৈ আহিব।"

মাকে সুধিলে, "কি দিব লাগিব ?"

"পাঁচ হেজাৰ অনা।"

ত্ৰেস্মাই মনৰ চকুৰে যেন শহুৰেকৰ ভেটি মাটি ঘৰ সকলো দেখিলে। তেওঁৰ চাগে' দেউতাক-মাকো আছে। তেওঁৰ লগত সুখেৰে দিন কটাম।

পিচৰ দেওবাৰে ছোৱালী চাবলৈ আহিল। তাই নিজৰ ভাবী পতিক দেখিলে। লবায়ো তাইক দেখিলো। ত্ৰেস্মা কৃতাৰ্থ হ'ল।

বিয়া ঠিক হ'ল। যৌতুক পাঁচ হেজাৰ অনা ঠিক হ'ল। বিয়াৰ তাৰিখো থিৰ কৰা হ'ল। গীৰ্জাঘৰৰ পুৰোহিতেও সেই তাৰিখ ঘোষণা কৰিলে। ত্ৰেস্মাৰ দেউতাকে আগৰ দেওতাৰৰ দিনা যৌতুকৰ ধন পহুছাই দিবলৈ কথা দিলে।

ত্ৰেস্মা বৰ আনন্দিত হ'ল। তাইক লগৰীয়াহঁতে ঠাট্টা কৰিবলৈ ধৰিলে। সমবয়সী বিবাহিত ছোৱালীহঁতে তাইক উপদেশ দিব ধৰিলে। তাই দিন লেখিব ধৰিলে।

পতি-পত্নী পুনৰ হিচাপ কৰাত লাগিল। যৌতুক, বিয়া আদিৰ খৰচৰ পিচত অলপ ধনহে বাহি হব। আগলৈ বোছাৰ বাবে ধন গোটাব।

পাললৈ যাবলগীয়া দিনটোৰ দুদিন আগতে দাঁতিৰ ঘৰলৈ গৈ, মাৰিয়াই উভতি আহি কলে, "চাক্কোচনি আহিছে।"

"চাক্কোচন আহিছে। কাইলৈ পুৱা তেওঁ বজাৰলৈ যাব, তাৰ পিচত কোট্টেয়মলৈ যাব। আজিয়েই টকা আনি থৈছে।"

"কিয়, তেওঁৰ মেলা দেওবাৰেহে।"

"তাৰ বাবে যা-যোগাৰতো কৰিব লাগে।" মাওচ্চনে পিচৰ ঘৰটোলৈ গ'ল। মাওচ্চনক দেখি চাক্কোৱে মিচিকিয়াই হাঁহিলে।

"এনে লাগিছে যেন সকলো ব্যৱস্থা-পাতি হৈ গৈছে।"

"এৰা, তাৰ পৰা আহি ব্যৱস্থা কৰাৰ আশা আছে।"

"যৌতুক কিমান?"

"পাঁচহেজাৰ অনা।"

"তেতিয়াহলে সকলো মিলি সাত হেজাৰ লাগিব, নহয়নে?"

মাওচ্চনে হাঁহিলে।···

চাক্কোচ্চনে ল'ৰাটোৰ বিষয়ে সুধিলে।

মাওচ্চনে সকলো কথা বিস্তৃতভাবে বৰ্ণনা কৰি শুনালে।

"পইচা ক'ত পাবা? কবৰাত পুতি থৈছা নেকি?"

মাওচ্চন বিস্মিত হ'ল। এনে আঘাততো জীৱনত কাহানিও সহ্য কৰিবলগীয়া হোৱা নাই। কি কব তাকো যেন বিচাৰি নোপোৱা হ'ল। মুখৰ পৰা শব্দ এটিও নোলাল।

"সেই অলপ অলপকৈ জমা দি থকা পইচা···।" মাত্ৰ এইখিনিকে কব পাৰিলে।

"কি অলপ অলপকৈ জমা দিয়া পইচা?" চাক্কোৱে সুধিলে। বিজুলীৰ গাজনিৰ দৰে এই বাক্য মাওচ্চনৰ কাণত গৰজি উঠিল।

চাক্কোৱে পুনৰ ক'লে, "সকলো হিচাপ মোৰ ওচৰত আছে। তুমি নিয়া আৰু বাকী চুটকা, মুঠতে সোতৰ টকা মোক দিবহে লাগিব।···"

"মই লৈছিলো?"

"অ।"

"মই···মই···মেহনত কৰি···।"

"তুমি কাম কৰিছা? ঈশ্বৰত বিশ্বাস থকা কোন ধৰ্মাত্মাই তোমাৰ হতুৱাই কাম কৰাব বাৰু? নিশকতীয়া কবৰাৰ!"

"মই পাত কাটিছিলো···। তাই গৰু চোৱাচিতা কৰিছিলো।"

চাক্কোৱে হাঁহি দিলে।

"তাৰ কাবে মজুৰী।" মাওচ্চন ভাগৰি বহি পৰিল!

চাক্কোৱে ক'লে, "ছোৱালীৰ ভাগ্য থাকিলে সকলো ঠিক হৈ যাব। মই মাক পোন্ধৰ টকা দিম। ঈশ্বৰে সকলো জানে।"

দুই তিন জন ডাঙৰ মানুহ আৰু পুৰোহিত ঘৰলৈ আহিছিল। চাক্কোৱে তেওঁলোকক আদৰিবলৈ গ'ল।

নিশা ৰবকৈ ৰবযুণ দিছে। মাওচ্চনৰ ঘৰৰ বস্তি আপোনা-আপুনি নুমাই গ'ল। এতিয়াও তেওঁ ওভতা নাই।

বস্তি নুমাই যোৱাৰ পাচতো মাক-জীয়েক অপেক্ষ কৰি আছে।

পিচদিনা পুৱা মাৰিয়া ভবপ্পুৰা পালেগৈ। দক্ষিণৰ বাৰান্দাত কিছুমান মানুহে তেওঁক দেখিছিল।

মাওচ্চন দ্বিতীয় দিনাও নাহিল। অবপ্পুৰমত জন্মদিবসৰ হুলস্থূল শুনা গৈছিল।

পিচদিনা দেওবাৰ। চাক্কোৰ মেলাৰ দিন। মাওচ্চনৰ ঘাটত এটা মৰাশ আহি লাগিল। হাতভৰি বান্ধিবে বন্ধা। সেয়া মাওচ্চনেই হব। মেলাৰ চাৰিওদিশ কথাবতৰাৰে মুখৰিত হৈ উঠিছে! চাক্কোৰ মহিমা আৰু ঈশ্বৰ ভক্তিৰ প্ৰশংসা চলিছে। মাওচ্চনৰ মৰাশ সাৱটি বেচেৰী মাক-জীয়েকে তেতিয়াও কান্দি আছিল।



# ছেকেণ্ড হেণ্ড

বৈকম মহম্মদ বসীৰ

খণ্ডত একো নাই হৈ, চুলি মেলি, শাৰদা যেন তাণ্ডৱ নৃত্যৰ ভঙ্গীতহে আছিল। সম্পাদক গোপীনাথে বৰ বিনয়েৰে কৈছিল, ‘শাৰদা, কাইলৈ কাগজ ওলোৱাৰ দিন—তুমি নাজানা জানো? আজি ৰাতি মোৰ বহুত কাম আছে,—ভাত হ’ল যদি সোনকালে দিয়া।’

“ভাত?” শাৰদাই চিঞৰি ক’লে, “মই একো বন্ধা নাই। মোৰ মন যোৱা নাই। খাব খুজিছা যদি নিজে ৰান্ধি খোৱা।”

গোপীনাথৰ প্ৰতি শাৰদাৰ প্ৰথমৰে পৰা প্ৰেমভাব নাছিল। বিয়াৰ আগতেই তেওঁ কৈ দিছে, “মোৰ অন্তৰত প্ৰেম নাই, মই কাকো ভাল পাব নোৱাৰো।” গোপীনাথে আজিলৈকে শাৰদাক একো কোৱা নাই। তেওঁক আনকি কেতিয়াও চুমা এটিকে খোৱা নাই।

গোপীনাথে ক’লে, “মই বহুদিন এই অৰ্থহীন কথাবোৰ শুনি আহিছো। মই তোমাৰ ইচ্ছাৰ বিৰুদ্ধে কি কৰিছো?”

“তুমি মোক কিয় বিয়া কৰালা?”—উন্নত বক্ষস্থলী আৰু উন্নত কৰি গৰ্বিতভাবে তেওঁ সুধিলে।

গোপীনাথে চমক খাই উঠিল। তেওঁ সুধিলে, “তুমি কিয় বিয়া কৰালা,—এইবোৰ সুধি লাভ কি?” তেওঁৰ দৃষ্টি খিৰিকিৰ বাহিৰত আৱদ্ধ হৈ ৰ’ল। কোবাল বতাহত বৰষুণৰ টোপাল কোঠাৰ ভিতৰত সোমাইছিল।

“দেখা নাই ঘৰৰ ভিতৰত পানী সোমাইছে? তুমি তিতলে একো নহয়। কিন্তু কোঠাটোযে লেতেৰা হব ধৰিছে,”—শাৰদাই কৈছিল।

গোপীনাথে খিৰিকী বন্ধ কৰি শাৰদাৰ ওচৰলৈ আহিল। শাৰদাৰ চকুলোত বিজুলীৰ চমকনি প্ৰতিবিম্বিত হৈছিল। “মৰি যোৱা হলেই

ভাল হ'লহেতেন—" বুকুত চপিবয়াই তেওঁ কবলৈ ধৰিলে। গোপীনাথে শাৰদাৰ হাতত ধৰিলে। "মোক নুছুবা, মই অপৱিত্ৰ—" চিঞৰি চিঞৰি শাৰদাই ক'লে।

গোপীনাথে তেওঁৰ মুখখন জপাই ধৰিবলৈ চেষ্টা কৰিলে।

"মই মৰি যাম—" বুলি কৈ কৈ শাৰদাই হাত এৰুৱাই দুৱাৰত মূৰ খুন্দিয়াবলৈ ধৰিলে। গাৰ কাপোৰখনো ফালি পেলালে।

জীৱনটো ইমান ঘিণলগা কিয় হ'ল। উন্মাদিনীৰ দৰে হাতৰ খাৰু ভাঙি দলিয়াই দি আনটো কোঠাৰ বিছানত বাগৰি শাৰদাই উচুপিবলৈ ধৰিলে।

গোপীনাথ চিন্তিত হৈ চকীত বহি পৰিল। বাৰে বাৰে তেওঁ কেবল ভাবিবলৈ ধৰিলে,—শাৰদাক তেওঁ কেতিয়াও একো কোৱা নাই, তথাপি শাৰদা সদায় খঙতে থাকে! কিয়? নাৰীজাতি অদ্ভূত,—তেওঁ ভাবি ভাবি এই সিদ্ধান্ততে উপনীত হয়।

জীৱনৰ প্ৰতি এক বিৰূপ দৃষ্টিভঙ্গী গঢ় লোৱাৰ সময়তে শাৰদাৰ লগত তেওঁৰ দেখা হৈছিল। সেই সময়ত তেওঁৰ অৱস্থা উত্তপ্ত মৰুভূমিৰ পাথিকৰ দৰে হৈছিল। তেওঁৰ অস্থি-চৰ্ম-সাৰ অৱস্থা হৈছিল। নাৰী তেওঁৰ মনত শীতল পানীৰে পৰিপূৰ্ণ এটা পুখুৰী যেন আছিল। তিৰোতাৰ দৰ্শনে তেওঁৰ চকুত শীতল আমেজ সানি দিছিল। কাৰোবাৰ উন্নত বক্ষত মূৰ গুজি মিঠা মিঠা কথা পাতিবলৈ তেওঁৰ মন গৈছিল। কিন্তু কাৰ লগত?

সেই সময়ত এক অদ্ভুত পৰিস্থিতিৰ মাজেৰে শাৰদা তেওঁৰ জীৱনলৈ আহিছিল। সেয়াও এটা ধুমুহা বৰষুণৰ নিশা আছিল। বাতৰিকাকতৰ অফিচৰ পৰা ঘৰলৈ আহোতে দুৱাৰমুখত তেওঁ কোনোবা এজনক থিয় দি থকা দেখিলে। ওচৰ চাপি দেখিলে —সেয়া এগৰাকী গাভৰু! সেই সময়ত তেওঁ জনা নাছিল যে এৱেই শাৰদা। প্ৰথমতে তেওঁ গোপীনাথৰ প্ৰশ্নৰ একো উত্তৰ দিয়া নাছিল। চেচা বতাহত কঁপি কঁপি থিয় হৈ থকা গাভৰু গৰাকীক তেওঁ ভিতৰলৈ আহিবলৈ ক'লে।

কিন্তু তেওঁ গোপীনাথৰ কথা নুশুনিলে। মনে মনে থিয় হৈ থাকিল।

"তোমাৰ বাহিৰত থিয় হৈ থকা উচিত হোৱা নাই, ভিতৰলৈ আহি বহা,"—গোপীনাথে কৈছিল।

শাৰদা দুৱাৰৰ পিনে আগবাঢ়ি গ'ল। তেওঁৰ হাতত এটা বাকচ আছিল। তেওঁৰ চকু ৰঙা পৰিছিল। গালত তেতিয়াও চকুপানীৰ সাঁচ বহি আছিল। বহল পাৰীৰে বগা শাড়ী আৰু ক'লা ব্লাউজ পিন্ধা শাৰদাই তেওঁলৈ এনেদৰে চাইছিল যেন এজনী গাইগৰুৱে বাঘ এটালৈহে চাই আছে।

"ভয় নকৰিবা," গোপীনাথে আশ্বাস দি কৈছিল, "ভিতৰলৈ আহি বহা।" ভিতৰলৈ অহাৰ পিচত গোপীনাথে দুৱাৰখন বন্ধ কৰি দিলে।

"তুমি ক'লৈ যাব খুজিছা?"

"......"

"তুমি ভিতৰলৈ গৈ তিতা কাপোৰ সালোৱা। মই ইয়াত অকলে থাকো। মোলৈ একো ভয় নকৰিবা। মই তোমাৰ পিতা, ভাই...," কৈ কৈ গোপীনাথ ৰৈ গ'ল।

তেওঁ কলে সলাবলৈ তেওঁৰ লগত কাপোৰ নাই।

বীণাৰ ঝঙ্কাৰৰ দৰে মধুৰ কণ্ঠস্বৰ শুনি গোপীনাথৰ মন কোমল হৈ পৰিল। তেওঁ নিজৰ বাকচৰপৰা ধুই থোৱা কাপোৰ এখন উলিয়াই দিলে। আনটো কোঠালৈ গৈ তেওঁ কাপোৰখন সলাই আহিল।

গোপীনাথে সুধিলে, "তুমি কিবা খাইছানে?"

"মোক একো নেলাগে,"—তেওঁ লাহেকৈ ক'লে।

গোপীনাথে ক'লে, "তুমি মোৰ আলহী, এগিলাচ চাহ হলেও খাব লাগিব।" কৈ উঠি মিচিকিয়াই হাঁহিলে।

তেওঁ মনে মনে বহি থাকিল।

গোপীনাথে নিজৰ চিনাকি দি ক'লে, "মোৰ নাম গোপীনাথ। এখন সাধাৰণ বাতৰি-কাকতৰ সম্পাদক। তোমাৰ নাম কি?"

"শাৰদা," তেওঁ তলমূৰকৈ মধুৰ কণ্ঠেৰে উত্তৰ দিলে।

গোপীনাথে চাহ কৰিবলৈ ওচৰৰ কোঠালৈ গ'ল। দুখন খিৰিকীত শাড়ী, ব্লাউজ, ব্ৰেছিয়াৰ, পেটিকোট আদি শুকুৱাবলৈ ওলোমাই থোৱা আছে...এয়েই প্ৰথমবাৰলৈ সেই কোঠা নাৰীদেহৰ গোন্ধেৰে

সুবাসিত হ'ল। তেওঁৰ অন্তৰত আনন্দৰ খলকনি উঠিল। তেওঁ নিজকে সংযত কৰি ৰাখিব নোৱাৰিলে। তেওঁ মনে মনে সেই শাড়ীখনত চুমা খালে, ব্লাউজতো। চাহ লৈ তেওঁ যেতিয়া ইটো কোঠালৈ আহিল, তেতিয়া গাভৰু গৰাকীয়ে টেবুলত মূৰ থৈ বহি আছিল।

"এয়া চাহ খোৱা।"

শাৱদাৰ চেহেৰাত অৱসাদৰ চিন মূৰ্ত হৈ উঠিছিল। তেওঁ লাহে লাহে চাহ খাবলৈ ধৰিলে।

গোপীনাথে সুধিলে, "টোপনি লাগিছে নেকি?"

শাৱদাই ক'লে,—"মই চকীখনতে শোওঁ—।"

"নেলাগে, নেলাগে। ইটো কোঠালৈ গৈ দুৱাৰ বন্ধ কৰি শুই থাকাগৈ। মই এই চকীখনতে শুম।"

শাৱদাই প্ৰতিবাদ নকৰিলে। ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি কোঠাটোত শুই থাকিলগৈ।

গোপীনাথৰ টোপনি নাহিল। তেওঁ বহুত কথা চিন্তা কৰিবলৈ ধৰিলে। গাভৰুগৰাকী কোন? এই অসহায় অৱস্থাত ক'ৰপৰা ওলালহি। তেওঁৰ চকুলোৰ কাৰণ কি? এটাৰ পিচত এটাকৈ তেওঁ চিগাৰেট জলাই গ'ল। বহুত পৰৰ পিচতহে টোপনি আহিল।

ৰাতিপুৱা ৰাহিৰৰ কোঠাত ভৰিৰশব্দ শুনি শাৱদাই দুৱাৰ খুলিলে।

গোপীনাথে 'সুপ্ৰভাত' জনালে।

উত্তৰত তেৰো ক'লে, 'সুপ্ৰভাত'।

"ভাল টোপনি আহিছিলতো?"

"ওঁ।"

"গা ধুবা নহয়?"

তাৰ পিচত চাবোন, তেল, টুথপেষ্ট, টাৱেল আদি যতনাই গা-ধোৱা ঘৰ দেখুৱাই দিলে। তাৰ পিচত ফ্লাস্কত কফি আৰু লগত খাবলৈ অলপ জলপান কিনি আনিলেগৈ।

শাৱদা গা ধুই আহিল। গোপীনাথেও গা ধুই ললে। তাৰ পিছত দুয়ো কফি খালে। গোপীনাথে এতিয়াহে শাৱদাৰ মুখখন মনোযোগেৰে নিৰীক্ষণ কৰিলে। শাৱদাৰ চেহেৰাত এটা শেতাপৰা ভাৱ।

গোপীনাথ অফিচলৈ যাবলৈ ওলাল। বগা পেণ্ট, কামিজ, কোট আৰু মটীয়া বৰণৰ জোতা পিন্ধিলে। তাৰ পাচত তেওঁ শাৰদাক সুধিলে, "তুমি ক'লৈ যাবা।"

শাৰদা নিৰুত্তৰ হৈ ৰ'ল। দুচকুৰেদি পানী বাগৰিবলৈ ধৰিলে।

"কান্দিছা কিয় ?"

"এনেয়ে",—তলমূৰকৈ থাকি শাৰদাই ক'লে।

"কালি ৰাতি ক'ৰপৰা আহিছিলা ?"

"হাচপতালৰ পৰা।"

"তুমি নাৰ্ছ নেকি ?"

"নহয়।"

"ডাক্তৰ ?"

"নহয়।"

"পঢ়ি আছানেকি ?"

"নাই।"

"কিবা কাম কৰা নেকি ?"

"নকৰো।"

"ঘৰ ক'ত ?"

শাৰদাই গাঁৱৰ নাম ক'লে।

গাওঁখন সত্তৰ মাইল দূৰৈত।

"ইয়াত কি কৰিছিলা ?"

"পঢ়িছিলো।"

"কোন শ্ৰেণীত ?"

"বি, এ"

"মা-দেউতা আছে ?"

"আছে।"

"দেউতাৰাই কি কৰে ?"

"হাইস্কুলৰ প্ৰধান শিক্ষক।"

"ঘৰত কাজিয়া কৰি আহিছা নেকি ?"

শাৰদা মনে মনে থাকিল।

"ঘৰলৈ উভতি যাবা ?"

"নেযাও।"

"তেন্তে ক'লৈ যাবা ?"

"মই একো নেজানো। যাবলৈ মোৰ কোনো ঠাই নাই।"

গোপীনাথ নিৰ্বাক হৈ গ'ল। ছোৱালীজনীকতো বলিয়া যেন নেলাগে। তেওঁ বহুপৰ ধৰি চিন্তা কৰিবলৈ ধৰিলে। তাৰ পিচত ছোৱালীজনীবে ভবিষ্যতৰ বিষয়ে সিদ্ধান্ত ললে। এক বিশাল জন-সমাবেশত মঞ্চত প্ৰথমবাৰ বক্তৃতা দিবলৈ উঠা মানুহৰ দৰে গোপীনাথে ভয় খালে আৰু ইতস্ততঃ কৰিলে।

"মই কিবা কব খুজিছো," গোপীনাথে ক'লে। "মই তোমাৰ আৰু তুমি মোৰ তেনেই অপৰিচিত। প্ৰথমবাৰৰ কাৰণে যোৱানিশা আমাৰ দেখা-সাক্ষাৎ হৈছে। তোমাৰ মা-দেউতা আছে, অথচ তুমি কৈছা তোমাৰ যাবলৈ কোনো ঠায়েই নাই! তোমাৰ এনে উত্তৰ মই অৱশ্যে একো বুজা নাই। তোমাৰ বিষয়ে আৰু বেচি জনাৰ প্ৰয়োজনো মই বোধ নকৰো। কিন্তু মই বিচাৰো যে জীৱনৰ শেষ সময়ছোৱা আমি একে লগে কটোৱা উচিত।

অলপ সময় দুয়ো নিৰবে ৰ'ল। পিচত শাৰদাই ক'লে, "মই ইয়াত কেনেকৈ থাকিম ?"

গোপীনাথ আনন্দিত হ'ল।

"মোৰ পত্নী হৈ। মই তোমাক ভাল পাও। মই আজিয়েই তোমাক বিয়া কৰাবলৈ প্ৰস্তুত।"

"বিয়া ?" তেওঁ উচপ খাই উঠিল। "বিয়া!"

"এৰা, মই তোমাক ভাল পাও।"

অপলক নেত্ৰেৰে শাৰদাই গোপীনাথলৈ চাই থাকিল।

"আপুনি ইমান ভাল মানুহ!" বেদনা বিহ্বল কণ্ঠেৰে শাৰদাই ক'লে, "আপোনাৰ জীৱনৰ লগত মই সম্বন্ধ পাতিম, মই যে কিমান নিকৃষ্ট।"

"ওহ! ময়োতো মহাত্মা নহও।"

"মই আপোনাক ফাঁকি দিব নোখোজো।"

"ইয়াত আকৌ ফাঁকিৰ কথা কি আছে ?"

"আপুনি মোক নেজানে।"

"নাৰী আৰু পুৰুষ—পৰস্পৰৰ বাবে অচিনাকী প্ৰাণীয়েই। এজনৰ অন্তস্থলত আনে কেনেকৈ জুমি চাব পাৰে ? আত্মাৰ বিষয়ে মই একো নেজানো। মই বিশ্বাস কৰো,—সেই আত্মাৰ প্ৰকাশ চকুতেই, তাতেই মই তোমাৰ আত্মাৰ এটি সুন্দৰ প্ৰকাশ দেখিবলৈ পাইছো। সেয়া মই নিজৰ জীৱনতকৈও বেচি ভাল পাই পেলাইছো।" গোপীনাথ ভাবাবেশত উটি গ'ল।

শাৰদাই ব্যথিতভাবে ক'লে, "মই এজনী বৰ বেয়া ছোৱালী।"

গোপীনাথে খিলখিলাই হাঁহি দিলে। "শাৰদা তুমি বেয়া হ'লা কেনেকৈ ? কিয় তোমাৰ শৰীৰত ময়লা লাগিল নেকি ?"

"এই পৃথিবীত মোৰ কোনো আশ্ৰয় নাই। আপুনি মোক সকলো দিব বুলি প্ৰতিশ্ৰুতি দিবনে ? মাথোঁ অলপ সময়ৰ পৰিচয়ৰ পিচতে আপুনি কৈছে আপুনি মোক ভাল পায় আৰু বিয়া পৰ্যন্ত কৰাবলৈ প্ৰস্তুত।"

"ছিঃ কি কথাবোৰ কৈছা ! ঠিক কথা মই সকলো প্ৰকাৰে সাজু।"

"তথাপিও···"

"এই তথাপিটো···কি বস্তু ?"

"মোৰ এৰি অহা জীৱন···"

"ওহ, কোনো কথা নাই। মোৰো এটা অতীত আছে। তাতো কিবাকিবি গোলমাল আছে। আমি এতিয়া অতীতৰ কথা এৰি, প্ৰেম আৰু বিশ্বাসেৰে বৰ্তমানত সুখী হবলৈ চেষ্টা কৰো আহা।"

"আপুনি একোকে নেজানে।" তেওঁ দাঁতেৰে ওঠ কামুৰি কান্দিবলৈ ধৰিলে। তাৰ পিচত থোকাথুকি মাতেৰে ক'লে, "মই হাচপতালত এটা শিশুৰ জন্ম দি আহিছো।"

কিছুপৰ দুয়োৰো মাজত নীৰৱতাই বিৰাজ কৰিলে।

বহু পৰৰ পিচত গোপীনাথে সুধিলে, "এতিয়া কেচুৱাটো ক'ত ?

"ঢুকাল।"

"স্বামী ?"

"মই অবিবাহিতা।"

"কেচুৱাটোৰ দেউতাক?"

"মোৰ এজন সহপাঠী।"

"তেওঁ ক'ত আছে?"

"অনাৰ্ছ পৰীক্ষাৰ কাৰণে পঢ়ি আছে।"

"তেন্তে?"

"তেওঁ নিজৰ ভবিষ্যতৰ কথা ভাবিব লাগে। তেনেদৰে মোক বুজাইছে।"

"কেনে ভবিষ্যৎ?"

"তেওঁ কবি। বহুত কিতাপ লিখিছে। যোৱা সপ্তাহৰ পৰা তেওঁৰ পৰীক্ষা আৰম্ভ হৈছে। পাছ কৰাৰ পিচত কলেজত চাকৰি হব।"

"সেই কবিৰ নাম?"

শাৰদাই কবিজনৰ নাম ক'লে।

"আদৰ্শবাদী?"

"এৰা", শাৰদাই ক'লে, "মই তেওঁৰ কবিতা সদায় পঢ়িছিলো। সেই সময়ত তেওঁ হোষ্টেলৰ সম্মুখত ভাড়া ঘৰ এটাত আছিল। প্ৰথমতে ময়েই এখন কিতাপ বিচাৰি এটুকুৰা কাকতত লিখি পঠিয়াইছিলো। এই দৰে আমাৰ পৰিচয় হৈছিল। তাৰ পাচত আমাৰ মাজত চিঠিপত্ৰৰ আদান-প্ৰদান হবলৈ ধৰিলে। মোৰ বান্ধৱীহঁতে মোক সাবধান কৰি কৈছিল যে মানুহজন ভাল নহয়। কিন্তু তেওঁৰ কবিতা আছিল আদৰ্শ প্ৰেমৰ প্ৰতীক। মই তেওঁক বিশ্বাস কৰিছিলো আৰু আমি দুয়ো প্ৰতিজ্ঞাবদ্ধ হৈছিলো। ৰাতি হোষ্টেলৰ দেৱাল পাৰ হৈ তেওঁ মোৰ কোঠালৈ আহিছিল। ওচৰৰ আম গছৰ ছাঁৰ তলত—

"মই সকলো কথা গোপনে ৰাখিছিলো। কিন্তু বান্ধৱীহঁতে ঘুনুক-ঘানাককৈ উলিয়াব ধৰিলে। মই ঘৰলৈ আহিলো। ঘৰত অটোয়ে গম পালে। তেতিয়া মই ঘৰ এৰি গুচি আহিলো। হাচপতালেই মোৰ একমাত্ৰ আশ্ৰয়স্থল হ'ল। মই তেওঁলৈ তিনিখন চিঠি

দিছিলো। অৱশেষত কেবল এশাৰী বাক্যৰ বেনামী উত্তৰ পালো। লিখিছিল, "মই মোৰ ভৱিষ্যত চিন্তা কৰিব লাগিব।" মোৰ ওচৰত টকা-পইচা নাছিল। পৰাহি নিশা হাচপতালতে মৰিব খুজিছিলো। খিৰীকিৰে ওলাই জাপ মাৰিব খোজোতেই পুলিচৰ হুইচেলৰ শব্দ কানত পৰিল। মই ভয় খালো। তাৰ পিচত মই বিহ খোৱাৰ সিদ্ধান্ত ললো। হাচপতালৰ পৰা বাহিৰ ওলাই আহিলো। বৰষুণলৈ মনকান নিদি দুপৰীয়াৰ পৰা বাটে বাটে খোজ কাঢ়িলো। কিন্তু যেতিয়া খোজ কৰাৰ শক্তি নাইকিয়া হৈ আহিল, তেতিয়া আপোনাৰ কাষ···"

"আচ্ছা ইমানেই।" গোপীনাথে ক'লে, "কোনো কথা নাই। জীৱন চকুপানীৰে বাবে নহয়। তোমাৰ এটা ভুল হ'ল। অবিবাহিত বহু গাভৰ কেতিয়াবা এনে ধৰণে ঠগ খায়। এই ক্ষেত্ৰত নাৰী আৰু পুৰুষৰ অৱস্থা একে। পুৰণি কথা সুঁৱৰি লাভ নাই। মই তোমালৈ কাপোৰ-কানি আনোগৈ, হয়নে?"

"কিয়?"

"মোৰ পত্নীৰূপে থাকিবলৈ তোমাৰ কাপোৰৰ প্ৰয়োজন নহব জানো? মোৰ কাপোৰেৰেতো তোমাৰ কাম নচলিব।"

"নহয়, এই বিয়া ঠিক নহব। আপোনাৰ মা-দেউতাই কি কব? আপোনাৰ বন্ধু-বান্ধবেও এই বিয়া ভাল নেপাব।"

"কিন্তু বিয়া মইহে কৰাম। আৰু মা-দেউতাৰ ভিতৰত মোৰ কেবল মা'হে আছে। তেৱো মোৰ ইচ্ছাৰ বিৰুদ্ধে দ্বিতীয় বিবাহ কৰাইছে। ভাই-ককাই কোনো নাই। এজনী ভনী, তাইৰো বিয়া হৈ গৈছে। মই এতিয়া অকলশৰীয়া। ধন-সম্পত্তি একো নাই। মোৰ শিক্ষা ইণ্টাৰমিডিয়েটলৈকে। মোৰ সকলো সম্পত্তি বুলিবলৈ বাতৰিকাকত খনেই। অফিচৰ চাপৰাছী, মেনেজাৰ, সম্পাদক-সকলো ময়েই। গতিকে বাধা দিবলৈ মোৰ কোনো নাই।"

"কিন্তু মোৰ হৃদয়ত প্ৰেম নাই। মই কাকো ভাল পাব নোৱাৰো," —শাৰদাই ক'লে।

"শাৰদা, তুমি মোৰ ওপৰত বিশ্বাসতো ৰাখিব পাৰা।"

শাৰদাই কান্দি কান্দি মৌন সম্মতি দিলে।

ৰেজিষ্ট্ৰাৰৰ ওচৰলৈ গৈ দুয়ো পতি-পত্নী হ'ল। একেলগে বহি দুয়ো ফটো তুলিলে আৰু সেইখন বাতৰিকাকততে ছপাই দিলে। সেই বাতৰিকাকতৰ একপি শাৰদাৰ দেউতাকলৈ আৰু একপি সেই কবিজনালৈ পঠিয়াই দিলে।

শাৰদাৰ মাকদেউতাকে গোপীনাথ আৰু শাৰদাক আশীৰ্বাদ দিবলৈ আহিল। সাহিত্য সম্মিলনত সভাপতি হৈ বহি থকা কবিজনকো গোপীনাথে সিদিনা দেখিলে। নিৰ্দিষ্ট বক্তাসকলৰ ভিতৰত গোপীনাথো এজন আছিল। বক্তৃতাৰ পিচত মাল্যবিভূষিত কবিয়ে উদাসীন ভাবে মিচিকিয়াই গোপীনাথক সুধিলে,—

"সম্পাদক ডাঙৰীয়াৰ বিয়া অলপতে হ'ল নহয়নে ?"

"এৰা।"

"সেই মহিলাগৰাকীক আপুনি আগৰ পৰাই জানেনেকি ?"

"নেজানো।"

"তেওঁৰ প্ৰেমপত্ৰ কিছুমান এজন মানুহৰ হাতত আছে।"

"সেই কথা শাৰদাই মোক কৈছে।"

বিয়াৰ আগতে কেচুৱা হোৱাৰ কথাও কৈছেনে ?"

"এৰা, সকলো— ।"

তেওঁ চাগে' ইয়াকো কৈছে যে তেওঁ এটা 'ছেকেণ্ড হেণ্ড' বস্তু !"— কবিয়ে হাঁহিলে।

গোপীনাথেও মিচিকিয়াই হাঁহিলে, "শাৰদাই সেই কথাও কৈছিল। আৰু তেওঁক অনাথা কৰা কবিগৰাকীৰ নামো কৈছিল।"

কবি বিবৰ্ণ হৈ গ'ল। হাঁহি হাঁহি গোপীনাথে বিদায় লৈ গুচি গ'ল।

কবিক লগ পোৱাৰ কথা শাৰদাক গোপীনাথে নকলে। তেওঁৰ লক্ষ্য আছিল শাৰদাক সন্তুষ্ট কৰি ৰখা। শাৰদাৰ কোনো কষ্ট হোৱা নাছিল। তেওঁ সুখীয়েই আছিল। ঘৰৰ কামবনত, ৰন্ধাবঢ়া কৰাত, বাতৰিকাকত জাপিজুপি পঠিওৱাৰ বাবে ঠিক কৰি ৰখা আদি কামত তেওঁ বৰ তৎপৰ আছিল। কিন্তু এই সকলোবোৰ কামৰ মাজতো তেওঁৰ মনত সততে এটাভাব জাগি আছিল—'মোৰ অন্তৰত প্ৰেম নাই', 'মই কাকো ভাল পাব নোৱাৰো।'

বতাহ বৰষুণৰ শব্দৰ মাজত শাৰদাই কোৱা কথাকে শুনিছিল। এতিয়া তেওঁ সুধিছে "মোক কিয় বিয়া কৰালা ?"

গোপীনাথে ছাটি লৈ যাবলৈ ওলাল। শাৰদাক মাত লগাবলৈ কোঠালৈ গৈ দেখিলে, তেওঁ উচুপি উচুপি কান্দিছে। গোপীনাথৰ মন গৈছিল তেওঁ যেন শাৰদাক দাঙি লৈ চুমা খাব ; কিন্তু শাৰদাই তেওঁক ভাল নেপায় বুলি কোৱা কথাষাৰ মনত পৰিলত নিজকে সংযত কৰিলে। ক'লে, "মই প্ৰেছৰ পৰা আহোঁ ?"

শাৰদাই কান্দি কান্দি ক'লে, "ঘূৰি আহি আৰু মোক নাপায়।"

"কলৈ যাবা ?"

"যলৈকে হওক।"

"ইয়াত কষ্ট পাইছা নেকি ?"

"কষ্ট !"—তেওঁৰ হৃদয় কুমলিল। "মুঠেই নহয়।"

তেওঁ বুকু চপৰিয়াবলৈ ধৰিলে। গোপীনাথে আগবাঢ়ি গৈ হাতত ধৰিলে।

"নুছুব—মই অপবিত্ৰ।"

"অপবিত্ৰ—তুমি কৈছা কি ?"

"একো নহয়। মোক মৰিবলৈ দিয়ক।"

"মৰিব খুজিছা ! শাৰদা, তোমাৰ কি দুখ ?"

"ওহ, একো দুখ নাই।" অবৰুদ্ধ কণ্ঠেৰে কলে, "এই ঘৃণনীয় জীৱন মই আৰু সহিব নোৱাৰো।"

"কোনে তোমাৰ জীৱন ঘৃণনীয় কৰিলে ?"

"আপুনি।"

"মই !" গোপীনাথে আৰু একো কব নোৱাৰিলে।

"ও, আপুনি।" কান্দি কান্দি শাৰদাই ক'লে "আপুনি মোক পছন্দ কৰে জানো ?"

মই ? তুমিহে মোক ঘিণ কৰা।"

"মই—" অসহনীয় বেদনাত শাৰদাই গোপীনাথৰ বুকত মুখ লুকুৱাই উচুপিবলৈ ধৰিলে। "মই···আপোনাক···নিজৰ···প্ৰাণতকৈও ···বেচি···।"

---

# দোকানৰ চাবি

—পোন্‌কুন্নম ৱৰ্কী

ৱৰ্গীস আৰু কোশী দুয়ো লগ লাগি এখন দোকান খুলিলে। বহুদিন আগৰে পৰা তেওঁলোকে দোকান খোলাৰ কথা পাঙি আছিল। ঘৰ আৰু মাটিৰ পৰা যিখিনি পায়, তাৰে দিনে দিনে বাঢ়ি অহা খৰচ পূৰাব নোৱাৰে। "পইচা খটুৱালেহে পইচা পোৱা যায়",— ৱৰ্গীসে যুক্তি আগবঢ়াই কয়। ঘৰমাটি বন্ধকত থৈ কোশীয়ে সূদত ৭৫০ টকা ললে। ৱৰ্গীসেও সিমানখিনি পইচা জমা কৰিলে। চাউল, জলকীয়া, ধান, ধনিয়া আদি বস্তুৰ দোকান খুলিলে। ভাগ্যৰ গুণত কিছুমান ৰেছন কাৰ্ডো তেওঁবিলাকে পালে। ৰেছনৰ যোগানেৰে ভাল বেপাৰ আৰম্ভ হৈ গ'ল।

কোশী দোকানত বহাৰ উপযুক্ত নাছিল; কাৰণ কোনোবাই দোকানলৈ আহি নিজৰ দুখ কষ্টৰ কথা ক'লে কোশীয়ে সহজে বিশ্বাস কৰে। মানুহৰ ওপৰত তেওঁৰ সম্পূৰ্ণ বিশ্বাস আছিল। ৱৰ্গীস তেনেকুৱা নাছিল। কোশীৰ দৰে তেওঁৰ কিন্তু আনৰ ওপৰত সিমান ভৰসা নাছিল। তেওঁ আনৰ চক্ৰান্তত কেতিয়াও নপৰিছিল। দোকানৰ বয়বস্তু অনেক ভগাই দি ঘৰমুৱা হোৱা মানুহ তেওঁ নাছিল। এটা ফুটাকড়িও তেওঁ ধাৰলৈ নিদিছিল। 'ধাৰ কৰাটো বিপদজনক', 'অনুগ্ৰহকৈ বাকী নিবিচাৰিব',—এনেধৰণৰ বহুকথা লিখি তেওঁ দোকানত আঁৰি থৈছিল। "বাকী নিদিলে পোনতে অলপ মনো-মালিন্য হব কিন্তু পাচত সকলো ঠিক হৈ যাব। বাকী দিলে পিচে গোটেই জীৱন জুৰি মনোমালিন্য হব,"—এয়াই হ'ল ৱৰ্গীসৰ ব্যৱসায়ৰ মুলনীতি।

ৱৰ্গীসেই দোকানত বহিছিল। ৰেছন সংগ্ৰহ কৰাৰ সকলো যা-যোগাৰ কোশীয়ে কৰিছিল। অহা যোৱাৰ খৰচকে ধৰি সকলো হিচাপ তেওঁ ৱৰ্গীসক লিখি দিছিল। "ইচ্, এইবোৰ কিয় কৰিব

লাগিছে ? ইমান খুঁতি-নাতি ৰহলাই লিখাৰ কি প্ৰয়োজন ? ইমান টকা খৰচ হ'ল বুলিলেই লেঠা মৰে।"—ৱৰ্গীসে এনেদৰে কয়। কিন্তু এটা পইচাৰ কাৰণেও যাতে বন্ধুৰ মনত সন্দেহ নোপজে, সেই-টোৱেই আছিল কোশীৰ লক্ষ্য।

দুয়ো সেই দোকানখনৰ সমান অংশীদাৰ হলেও, মানুহে 'ৱৰ্গীসৰ দোকান,' 'ৱৰ্গীসৰ দোকান' বুলিহে কোৱা-কুই কৰে। কোশীয়ে এই কথাত একো মন দিয়া নাছিল। কিন্তু তেওঁৰ ঘৈনীয়েকে সেয়া ভাল নেপাইছিল। কেতিয়াবা কেতিয়াবা কোশীকো কৈছিল। "তুমি সেইবোৰ কথাত মন নিদিবা, মানুহে নিজৰ সুবিধাৰ কাৰণেহে এইদৰে কয়," কোশীয়ে ঘৈনীয়েকক বুজাইছিল।

"কিন্তু কোশীৰ দোকান বোলাতনো কি অসুবিধা ?" তেওঁ কৈছিল।

নিজৰ বন্ধু সম্পৰ্কে ঘৈনীয়েকৰ মন্তব্য সঁচা হলেও, শান্ত স্বভাৱৰ কোশীয়ে এইবোৰ বিষয়ত চকুমুদি আছিল। পত্নীৰ এই ধৰণৰ নগণ্য সন্দেহৰ তুলনাত বন্ধুত্ব কিমান ভাঙৰ। ৱৰ্গীসৰ ওপৰত কোশীৰ ইমানেই বিশ্বাস আছিল। ৱৰ্গীসেতো দোকানখনৰ কাৰণে মোতকৈ বেচি কষ্ট কৰে। সকলো হিচাপ-পত্ৰ ৰখাৰ বাবে ৱৰ্গীসক বেলেগে উপদেশ দিয়াৰ কোনো প্ৰয়োজনেই নাই। কোশীয়ে ভাবিলে, "মই অন্ততঃ বিড়িকে খাও, ৱৰ্গীসৰ তাৰো প্ৰয়োজন নাই।"

কাৰো লগত তেওঁৰ বিশেষ বন্ধুত্বও নাছিল। ব্যৱসায়, গম্ভীৰতা, হিচাপ-পত্ৰ—এইবোৰৰহে যেনিবা তেওঁ প্ৰতিমূৰ্তি আছিল। লেন-দেনৰ ক্ষেত্ৰত আৰু লোকৰ লগত কথা-বতৰাত কোশীতকৈ ৱৰ্গীস দুগুণ সাৱধান আছিল।

এদিন ৱৰ্গীসৰ লগত কোশীও দোকানত বহি আছিল। সেইবাৰৰ বেছনৰ বস্তুত জাবৰ-জোথৰ বহুত আছিল। "মানুহক এইবোৰ কেনেকৈ দিবা ? এইবোৰ গৰুক খুওৱাহে ঠিক হব,"—কোশীয়ে কৈছিল।

"মানুহে খোৱাৰ পিচতহে জন্তু-জানোৱাৰৰ বাবে চিন্তা কৰা উচিত।" ৱৰ্গীসে ক'লে, "যদি মানুহে খাব নোৱাৰেই, তেন্তে চৰকাৰে

এইবোৰ বস্তু দিব কিয়? তদুপৰি ৰেছনিং অফিচাৰে হিচাপ বিচাৰিলে আমি কি ক'ম?"—ৰগীসৰ কথাত শুনোতা সকলেও আটায়ে হয় ভৰ দিলে। কোশী মনে মনে থাকিব লগীয়াত পৰিল।

এটা মানুহে ১২৫ গ্ৰাম পিয়াজ বিচাৰিলে। ৰগীসৰ হাত খালি নাছিল। তেওঁ ভাল আৰু বেয়া চাউল মিহলোৱাত ব্যস্ত আছিল। এনে নকৰিলে বেয়া চাউল খিনি কাক দিব? সকলোৰে চকু আকৌ ভাল বস্তুৰ ওপৰতহে। পিয়াজ জুখিবলৈ কোশী তর্জুৰ কাষলৈ আহিল। ৰগীসে তর্জুৰ পিনে চালে। তর্জুৰ বছিৰ ওপৰ ভাগত এটা পিয়াজ সুমুৱাই দিলে জোখ ঠিক হয়। কোশীয়ে তেনে নকৰি পিয়াজ জুখিবলৈ লৈছিল। এইদৰে জুখিলে চাৰি-পাঁচটা পিয়াজ বেচি যায়। ৰগীসে মন কৰি আছিল। "নহয় নহয়, সেই শিকলি ডালৰ মাজ ভাগত পিয়াজ এটা গুজি দিয়া,"—ৰগীসে কোশীক আদেশ দিলে। ঘামি জামি তেওঁ উঠি খিয় দিলে। চোলাটো খোলোকোৱাৰ লগে লগে জুনুকৰৈ জেপৰ পৰা চাবিকোছা ওলাই মাটিত পৰিল।

২

সেইবাৰৰ ৰেছন কিনিবলৈ ৰগীস গৈছিল। ৰেছন লোৱাৰ উপৰি আন কথাও আছিল। শান্ত স্বভাৱৰ কোশীৰ তাত কৰিবলৈ একো নাছিল ৰগীসে ৰেছন আনিবলৈ যাওঁতে কোশী দোকানলৈ গৈছিল। দোকান বন্ধ আছিল। চাবি আছিল ৰগীসৰ হাতত।

তেওঁৰ অসুবিধা নহওক বুলিয়েই ৰগীসে ৰেছন আনিবলৈ গৈছে আৰু দোকানো সেই একে কাৰণতে বন্ধ কৰি থৈ গৈছে,—কোশীয়ে ভাবিলে। সেয়েই হব নিশ্চয়। সেইবাৰ ৰেছনত পাবলগীয়া আছিল ন বস্তা চাউল। তাৰে ছয়বস্তা তাতে ৰগীসে বেচি দিছিল। ২৪০ টকা এইদৰে হাতলৈ আহিল। ভাগবো লগাৰ প্ৰশ্ন নুঠিল, ঘামি জামি আহিবওলগা নহল, হাতত ধূলিকণাও নেলাগিল। মানুহক ৰেছন দিবৰ সময়ত ৰগীসে বুজালে—"এই কংগ্ৰেছীহঁতৰ শাসন চলাৰ কাৰণেই আমাৰ দেশ ধ্বংস হ'ল।"

বেছনৰ দোকান ঠিকমতেই চলি আছিল। কোশীৰ ইচ্ছা গৈছিল দোকানৰ লাভৰ পৰা অলপ নিজৰ বাবে সাঁচিবলৈ। তেওঁ এহেজাৰ টকাৰ জীৱনবীমা কৰিবলৈ ইচ্ছা কৰাৰ কথা ৰৰ্গীসকে ক'লে। ৰৰ্গীসে তেওঁক উপদেশ দি ক'লে, "এবছৰ-দুবছৰমান বেছনৰ দোকান চলিবলৈ দিয়াচোন। যিখিনি জমা হৈছে সেয়া ভগাই ল'লে দোকানেই ডুবিব। টকা ঢালিলেহে টকা আহে।"

কোশী ৰৰ্গীসৰ কথাত মান্তি হ'ল। ৰৰ্গীসে ঠিকেই কৈছে, দোকান এনেদৰেহে চলিব। দৰকাৰ হলে পাঁচ-দহ টকা দোকানৰ পৰাই লব পাৰি। দুবছৰৰ পাচত লাভৰ অংশ ভগাই লোৱাৰ কথাকে তেওঁ ৰৰ্গীসৰ লগত থিৰ কৰিলে।

কোশীৰ ঘৈনীয়েকে চাকৰটোক চাউল আৰু কেৰাচিন তেল আনিবলৈ দোকানলৈ পঠিয়াইছিল। সি বহুত পলমকৈ উভতি আহিল। মৰিয়াকুট্টিয়ে খঙত জলি-পকি তাক পলম হোৱাৰ কাৰণ সুধিলে।

"এতিয়াহে বস্তুবোৰ পাইছো"—চাকৰটোৱে ক'লে।

"তেওঁ যদি ইমানেই নবাব হৈছে, তই গুচি নাহিলি কিয়",—খঙৰ ভমকত মৰিয়া কুট্টিয়ে ক'লে।

আন এদিনো চাকৰটো দোকানৰ পৰা পলমকৈ আহিল। ৰৰ্গীসে নগদ পইচা দি কিনা গ্ৰাহকসকলক বস্তু দি আছিল। চাকৰটোৰ বৈ বৈ আমনি লাগিল। ইমান দেৰী হ'ল, খুড়ীয়ে কি কব? খুড়ীয়েকৰ খং কেনে সি ভালকৈ জানে। সি উভতি আহিল। সেই-দিনা মৰিয়াকুট্টিয়ে যেন তাণ্ডৱ নৃত্যহে কৰিলে।

কোশীয়ে ঘৈনীয়েকক বুজনি দি ক'লে, "আন কিবা কাৰণো থাকিব পাৰে। তুমি চাকৰৰ কথাত বিশ্বাস নকৰিবা। দোকান আমাৰ, দোকানৰ বয়-বস্তুও আমাৰেই। গ্ৰাহকৰ ভিৰ হলে আমি পিচত থিয় দি থাকিবই লাগিব।"

"এইদৰে নচলিব। এয়া দুই-তিনিদিনৰ কথাতো নহয়। তেওঁ ভাবিছে নেকি যে এয়া বস্তু এনেয়ে দিছে?"—মৰিয়াকুট্টিয়ে ক'লে।

কোশীয়ে সুধিলত ৰৰ্গীসে কথা সাজি বুজাই ক'লে, "মই তাক

প্ৰথমতে দেখাই নাছিলো। বেছনৰ দোকান, বুজিছাইতো কিমান ভীৰ হৈছিল। মই তাক দেখাৰ লগে লগে, সি ঘৰলৈ গুচি গৈছিল। তাৰ যদি পলমেই হৈছিল, লাগতীয়াল বস্তুখিনি সি নিজে লৈয়েই যাব পাৰিলেহেতেন। মই কিবা তাৰ হাতত ধৰিলোহেতেন নে ?” চাউল আৰু আন বস্তু ৰ্‌গীসে এজনৰ হাতত কোশীৰ ঘৰলৈ দি পঠিয়ালে। ফলত এপিনে ৰ্‌গীসে ইমানখিনি কৰিবলগীয়া হ’ল, আনপিনে কোশীয়ে নিজৰ ঘৈনীয়েক আৰু ৰ্‌গীসৰ পৰা কটকথাও শুনিবলগীয়া হ’ল।

“তুমি, নহলে তোমাৰ কোনোবা মানুহ দোকানত বহা উচিত”— কোশীয়ে যেতিয়া সময় পায় তেতিয়া দোকানত বহে। ইপিনে কোশীৰ ঘৈনীয়েকে জেদ ধৰিছিল। বেছনো আজিকালি ৰ্‌গীসেই আনেগৈ। বেছন আনিবলৈ যোৱাৰ সময়ত ৰ্‌গীসে দোকান বন্ধ কৰি চাবি লগত লৈ যায়। কোশীয়ে অসহায় বোধ কৰিছিল। কিন্তু কোশীৰ ঘৈনীয়েকে এই কথা সহ্য কৰিব পৰা নাছিল। পিচে গিৰীয়েকক কথা শুনোৱাৰ বাহিৰে তেৰোনো আৰু কি কৰিব পাৰে ?

ঘৈনীয়েকে জেদ ধৰাৰ কাৰণে কিছুদিন কোশীয়ে নিতৌ দোকানত বহিছিল। ৰ্‌গীসে তাত কাম কৰি থাকে—তেওঁ কোশীৰ এই কথাত ভালপোৱা নাছিল। ৰ্‌গীসে কাম কৰাৰ নিজস্ব কিছুমান নিয়ম কৰি লৈছিল। কোশীয়ে কিবা কৰিলেও, ৰ্‌গীসৰ নিয়মমতে সেয়া হৈ নুঠে। কাৰণ ৰ্‌গীসৰ নিয়মৰ লগত কোশী অপৰিচিত। এদিন এজন গ্ৰাহকে চেনি নিবলৈ আহিল। তেওঁ দুই পাউণ্ড চেনি পাব লাগে। কোশীয়ে কাৰ্ড চাই চেনি জুখিবলৈ ওলাল। বন্ধুক প্ৰতাৰণা কৰিব খোজা সেই মানুহজনৰ প্ৰতি ৰ্‌গীসৰ ঘৃণাৰ ভাব উপজিছিল।

“এই, চেনি নোহোৱাকৈ তোমাৰ ডিঙিৰে একো বস্তু নসৰকে নেকি ?” ৰ্‌গীসে ক’লে, “যোৱা যোৱা, তোমাৰ যে এতিয়া চেনিৰ দৰকাৰ নাই মই জানো। কিবা দৰব খাব লাগে যদি ইয়ালৈ আহিবা।” ৰ্‌গীসে গ্ৰাহকজনক পোনে পোনে ঘৰলৈ পঠিয়াই দিলে। কোশীয়ে হলে তেওঁক দুই পাউণ্ড চেনি দিয়েই দিলেহেতেন।

ৰ্‌গীসে মানুহ চিনিছিল। আৰু মানুহ বুজি কথা কোৱাৰ ক্ষমতা

তেওঁৰ আছিল। কোশীৰ আন সকলো গুণ আছিল, কিন্তু ৱৰ্গীসৰ সেই ক্ষমতাৰ তিলমানো তেওঁৰ নাছিল। গ্ৰাম-অধিকাৰীৰ চাকৰে চেনি নিবলৈ আহিছিল। চেনি দি উঠি কোশীয়ে পইচা বিচাৰিলে। ৱৰ্গীসে ক'লে, "নাই নাই চাহাব মানুহ—তেওঁৰ পৰা পইচা ল'লে বহুত বিপদ আছে।"

সঁচাকথা কবলৈ হ'লে, কোশী দোকান চলোৱাত পাকৈত নাছিল। হিচাপ-পত্ৰও ভালদৰে লিখিব নেজানিছিল। সেইকাৰণে তেওঁ ভাবিছিল—মইনো দোকানত কিয় বহো? বন্ধুৰ ওপৰত চকু দিয়া যেনে বেয়া কথা দোকানত বহি থকাটোও তেনে বেয়া কথা। দোকান আৰু ব্যৱসায়ত লাগি থকা মোৰ দ্বাৰা নহব। এই কথা কোশীয়ে হৃদয়ঙ্গম কৰিছিল।

বস্তু কাটিবলৈ দোকানত এখন ছুৰী আছিল। ছুৰীখনৰ দুয়ো পিনেৰে কাটিব পাৰি। ছুৰীখনৰ দুই-তিনি ঠাইত ধাৰ নোহোৱা হৈছিল। ছুৰীখনৰ পাচপিনে বছি এডাল লগাই—টেবুলৰ ঠেঙ এটাত বান্ধি থোৱা আছিল।

"ইয়ালৈ অহা আটাইবোৰ মানুহক আমি বিশ্বাস নকৰো!"—ছুৰীখন নিজৰ হাতত লৈ কোশীয়ে কৈছিল।

"ঠিকেই। ইয়ালৈ আহোতা সকলোকে বিশ্বাস কৰিবলৈ এইটো কিবা গীৰ্জাঘৰ নেকি? ডাঙৰ ডাঙৰ বেষ্টুৰাঁত দিয়াচলাইৰ কাঠি কিয় ভিতৰত লুকুৱাই থয়?—দৰকাৰ হলেহে দিয়ে। বেঙ্ক আৰু তেনে ধৰণৰ আন অফিচত পেন্সিল আৰু কলমৰ এটা মূৰ কিয়ে বান্ধি থয়? এই দোকানতো বাৰু তলাচাবি কিয় আছে?"—ৱৰ্গীসে সুধিলে। প্ৰথমতে সকলোকে বিশ্বাস কৰাটো ভাল। কিন্তু আনক অবিশ্বাস কৰাৰ প্ৰমাণ দিওতা ৱৰ্গীসে কিন্তু চাবিকোছা কেতিয়াও নেপাহৰে। সদায় লগত ৰাখে।

৩

সেই দিনা সেই ঠাইৰ গীৰ্জাঘৰত মেলা বহিছিল। ৱৰ্গীস আৰু কোশীৰ ঘৰৰ সকলো তাত উপস্থিত আছিল। পুৰোহিতে বাইবেলৰ

বিশেষ বাণীৰ আধাৰত এটা সুন্দৰ ভাষণ দিছিল। কোশীৰ ঘৈনীয়েকৰ চকু ৰৰ্গীসৰ ঘৈনীয়েকৰ ডিঙিৰ মালা আৰু আঙুঠিত আছিল। নিজৰ গিৰিয়েক দোকানলৈ নোযোৱাৰ পৰিণতিৰ কথা তেওঁ ৰৰ্গীসৰ ঘৈণীয়েকৰ গহনা দেখিয়েই ধৰিব পাৰিছিল। ৰৰ্গীসৰ ল'ৰাছোৱালীৰ গাতো ধুনীয়া সাজপাৰ। মৰিয়াকুট্টিয়ে এয়া সহিব পৰা নাছিল। তেওঁৰ অন্তৰ ঘৃণা আৰু ক্ৰোধেৰে উপচি পৰিছিল। গীৰ্জাঘৰৰ কাৰ্য্যক্ৰম শেষ হোৱাৰ আগতে তেওঁ গুচি গৈছিল।

কিছুদিন পিচত এদিন এঘৰৰ বিয়াত দুই বন্ধুপত্নী পুনৰ মুখামুখি হ'ল। এজনী নাৰীয়ে নিজৰ স্বামীৰ কাৰণে সকলো সহিব পাৰে, কিন্তু আন এগৰাকী নাৰীৰ ৰূপ সৌন্দৰ্য্যৰ গৰ্ব সহিব নোৱাৰে। ঘৰত একোৰে অভাৱ নেথাকিলেও ৰৰ্গীসৰ ঘৈনীয়েকৰ মৰিয়াকুট্টিৰ সমান সৌন্দৰ্য আৰু যৌৱন নাছিল। সেই কাৰণে তেওঁ কৃত্ৰিমতাৰে সুন্দৰ হব বিচাৰিছিল। তেওঁ বৰকৈ সাজি-কাছি গৈছিল—তেওঁৰ ভৰিত আছিল সাপৰ ছালৰ ছেণ্ডেল।

আকাৰত চুটিচাপৰ, শকত মানুহজনীৰ ছেণ্ডেল পিন্ধাত অনভ্যস্তৰ দৰে চালচলন আৰু লেতেৰা চোলাৰ তলত পৰুৱাই কামুৰি থকা কথাই দেখোঁতাৰ খঙহে তোলে। তিৰোতাৰ সৌন্দৰ্য্য আস্বাদন কৰিব পাৰি কিন্তু সৌন্দৰ্য্য সম্পৰ্কে তিৰোতাৰ অশুদ্ধ ধাৰণা অসহনীয়। এনেক্ষেত্ৰত ৰৰ্গীসৰ ঘৈনীয়েকক দেখি মৰিয়াকুট্টিৰ দৰে তিৰোতাই ইঁহাটেন একো দোষণীয় নহয়। ৰৰ্গীসৰ ঘৈনীয়েকৰ শাড়ী, গহনা আৰু ঘৰীৰ ওপৰত মৰিয়াকুট্টিৰ চকু কলা ভোমোৰা পৰাদি পৰিছিল। তেওঁৰ শাড়ী, গহনা বা ঘৰীৰ দামৰ কথা আনে নোসোধা যেন পালে, তেওঁ নিজেই কয়। ৰৰ্গীসৰ ঘৈনীয়েকে যেতিয়ালৈকে নিজৰ কাপোৰ-গহনাৰ কথা কবলৈ নেপায়, তেতিয়ালৈকে মনত শান্তি নেপায়। কোনোদিন তেনে কৰিবলৈ নেপালে, তেওঁৰ টোপনিকে নাহে।

ৰৰ্গীসৰ পত্নীয়েও কথাবতৰা পাতিবলৈ এদল তিৰোতা পালে। তিনি-চাৰি গৰাকীয়ে থিয় হৈ গহনা আদিৰ বিষয়ে চৰ্চা কৰিবলৈ ধৰিলে। তেওঁলোকৰ কাষতে থিয় দি থকা মৰিয়াকুট্টিয়ে আন

তিৰোতাৰ লগত কথা পাতি আছিল। তেওঁ ঠাট্টাৰ ছলেৰে ৰৰ্গীসৰ ঘৈনীয়েকৰ বুকু ভেদি যোৱাকৈ কথা কৈ আছিল। ইমান ওচৰ সম্পৰ্কীয় হলেও দুই বন্ধু পত্নীয়ে বাহিৰত কেতিয়াও বন্ধুত্বৰ ভাব প্ৰকাশ নকৰিছিল। ৰৰ্গীসৰ ঘৈনীয়েকে যেতিয়া তিৰোতা-সকলৰ আগত আ-অলঙ্কাৰ, ছেণ্ডেল আদিৰ বিষয়ে বৰ্ণনা কৰি আছিল, মৰিয়াকুট্টিয়ে নিজৰ বান্ধৱীক ক'লে, "নায়াৰৰ খেতিপথাৰ আছে যেতিয়া তেওঁৰ ঘৈনীয়েকৰ হাততো পইচা থাকিবই। মই এজনী কলী বান্দৰী পালে, তাইকো ভাল সাজপাৰ পিন্ধালোহেতেন।"

এনেধৰণৰ বিদ্ৰূপ-ব্যঙ্গোক্তি কিছু পৰ ৰৰ্গীসৰ ঘৈনীয়েক শুনি থাকিল। অসহ্য হৈ উঠিলত ক'লে, "বান্দৰী বাহিৰত বিচাৰিব লাগিছে কিয়? তোৰ ঘৰতেইতো আছে। চকুৰ পোৰণিৰ দৰৱ নাই নেকি? নিজৰ গিৰীহঁতে দিয়া এইবোৰ বস্তু। পুৰুষে তিৰোতাক ভাল ভাল বস্তু কৰাই দিয়েই। তয়ো গৈ··· ।"

দুয়োৰো বাক্-বিতণ্ডা বাঢ়ি গ'ল। কেইগৰাকীমান বুজন তিৰোতাই দুয়োকো বুজাই বঢ়াই শান্ত কৰিলে।

৪

জুলাই মাহৰ ত্ৰিশ তাৰিখে ৰৰ্গীসে কোশীক এহেজাৰ টকা দিলে। "আমি দুয়ো নিজৰ নিজৰ মূলধনৰ পৰা এহেজাৰকৈ টকা ললো। সাত-আঠ মাহ বেছনৰ পৰা লাভ হোৱা নাই। তথাপি এক-দুই হেজাৰ ললে হানি নহয়। এতিয়া মই তোমাক এটা কথা কও। আমাৰ ঘৈনীহঁতে বাহিৰত নিজৰ মাজত বেয়াকৈ কোৱা-কুই কৰে। আমিয়েই সেইবোৰ বন্ধ কৰিব পাৰো। মই তোমাক সপোনতো ঠগাৰ কথা ভবা নাই। কিন্তু তোমাৰ ঘৈনীয়েৰাই নেজানো কিবোৰ কৈ ফুৰিছে।" উখহি উঠা বাওঁপিনৰ জামিদাৰৰ গুৰি পিটিকি পিটিকি ৰৰ্গীসে কলে।

বন্ধুৰ ওচৰত কোশীৰ মূৰ দোঁ খাই গ'ল। নিজৰ ঘৈনীয়েকৰ কথাত তেওঁ বৰ লাজ পালে। "মই তোমাৰ বিষয়ে বেয়াকৈ একো

ভৰা নাই। মাইকী মানুহে কিবা কব পাৰে। আমি সেইবোৰলৈ কান দিয়াৰ দৰকাৰ নাই।”—কোশীয়ে ক’লে।

ঘৰলৈ আহি কোশীয়ে ভাবিলে—৭৫০ টকাৰে ব্যৱসায় আৰম্ভ কৰিছিলো নহয়? দোকানলৈ অহা বয়-বস্তুৰ পৰাও হেজাৰ হেজাৰ টকা আহিছে নিশ্চয়। এতিয়া এহেজাৰ টকা পালোৱেই।—কোশীয়ে ঘৈনীয়েকক বৰকৈ বকিলে।

ঘৈনীয়েকে ক’লে,—“মোৰ কথাতহে তোমাৰ বেয়ালাগে! আনবোৰে কি কয় জানানে? তুমি যদি এতিয়াই বুজিব নোখোজা, ময়ো বাৰু আৰু একো নকওঁ। পিচে হেজাৰটা কলহৰ মুখ বন্ধ কৰিব পাৰি, কিন্তু এজনা মানুহৰ মুখো বন্ধ কৰিব নোৱাৰি।”

“হেৰৌ, কলহৰ মুখ নহয়, তোৰ মুখ খোল খাব নেলাগে, সেই কাৰণেহে কৈছো।” কোশীৰ ঘিন লাগিল। কথাটো সঁচা যে ৱৰ্গীসৰ কথা ওলালে কোনো কোনোৱে মন্তব্য কৰে,—কোশী বৰ চাধা-চিধা মানুহ,—ৱৰ্গীসে নিশ্চয় তাক ঠগিব,—ভাগৰ বেপাৰ ভাল নহয়,—মানুহে নিজৰ কাম নিজে কৰাহে উচিত—ইত্যাদি বহুত কথা।

মানুহৰ দোচাবোপ কৰা মনোবিজ্ঞানৰ কথা ৱৰ্গীসে জানে। ফলত সিহঁতৰ উদ্দেশ্য সিদ্ধি নহয়। সেয়ে সিহঁতে ৱৰ্গীসৰ বিপক্ষে যায়। ৱৰ্গীসে সেই কথা ভাল দৰে জানে। ৱৰ্গীসে কববাত পঢ়িছেও যে জনতাৰ মতামতৰ স্থিতি যেনিবা পানীৰ ওপৰত এওপঙি থকা কাঠৰ দৰেহে— ।

ৱৰ্গীসে দেউতাকৰ শ্ৰাদ্ধ পাতিছিল। তেওঁ ভাবিলে বেছনৰ দোকান থাকোতেও মই চাৰি-পাঁচজন মানুহকো এসাজ খুৱাব নোৱাৰিমনে? তেওঁ নিজৰ গাঁৱৰ মানুহ কিছুমানক ভালদৰে ভোজভাত খুৱাল। অসুখ হোৱাত তেওঁ গীৰ্জাঘৰতো এটা ভোজ দিব বুলি মানস কৰিছিল। গীৰ্জাঘৰৰ চোহদত তেওঁ এটা ‘ক্ৰছো’ সজাই দিলে। উদ্বোধনৰ সময়ত তিনিজন ডাঙৰ আৰু চল্লিশজন সাধাৰণ পুৰোহিত উপস্থিত আছিল।

বেছনৰ দোকানৰ ক্ৰমাৎ উন্নতি হৈছিল; কিন্তু ৱৰ্গীসৰ নিজৰ চিকিৎসাৰো নিতান্ত আৱশ্যক হৈ পৰিল। ছয়-সাত মাহ আগতে

তেওঁৰ দাঁতৰ বিষ আৰম্ভ হৈছিল। লগে লগে দাঁতৰ আলুও উখহিছিল। ডাক্তৰে কেন্সাৰ বুলি কৈছিল। কেন্সাৰ বুলি জানি ৱৰ্গীস ভাঙি পৰিল। কটা-ছিঙাৰ ভয়ত তেওঁ আয়ুৰ্বেদ চিকিৎসাহে কৰাইছিল। ৰোগীৰ পথ্য খাই ইপিনে শৰীৰ দুৰ্বল হৈ পৰিল। বেমাৰ ক্ৰমাৎ বেছিকৈ বাঢ়িবলৈ ধৰিলে।

ডাক্তৰে ক'লে, "ত্ৰিবান্দ্ৰমলৈ যোৱাটো ভাল হব। ইনজেকচন সলাই ললে কাম দিব। মই এখন চিঠি লিখি দিছো।"

ৱৰ্গীসে ভবা নাছিল যে বেমাৰ ইমান সোনকালে বাঢ়িব। আৰু একো উপায় নাছিল। ৱৰ্গীস ত্ৰিবান্দমলৈ গ'ল। কোশীও তেওঁৰ লগতে গৈছিল।

"বেপাৰৰতো অংশীদাৰেই, এতিয়া আকৌ বেমাৰৰো ভাগ লব লগা হ'ল নেকি ?"—কোশীৰ ঘৈনীয়েকে সুধিছিল।

"কিছুদিন ইয়াতে থাকক। মই বৰ আশা দেখা নাই।" ডাক্তৰে কলে। ডাক্তৰৰ কথা শুনি ৱৰ্গীস মৰাৰ তুল্য হ'ল।

দোকানলৈ অহা মানুহে বেছন নেপালে হুলস্থূল লগাব ;—ইয়াকে ভাবি কোশীয়ে ঘৰলৈ উভতিবলৈ থিৰ কৰিলে। ৱৰ্গীসো সম্মত হবলগীয়া হ'ল। তেওঁক চোৱা-মেলাৰ সকলো ব্যৱস্থা কোশীয়ে কৰি দিলে।

আহিবলৈ ওলাই কোশীয়ে যেতিয়া মাত লগালে, ৱৰ্গীসে চকুপানী টুকিবলৈ ধৰিলে। সেয়া এক অসহনীয় দৃশ্য আছিল। চকুপানী নোলালেও, কোশীৰ অন্তৰ ফাটি গৈছিল। বন্ধুৰ জীৱন বচাবলৈ যে কোশীয়ে যি কোনো কামকে কৰিবলৈ প্ৰস্তুত।

"অবুজ নহবা ! ইমান ভয় কৰাৰ কোনো প্ৰয়োজন নাই। আমি সকলো বিপৰ্য্যয়ৰ সমুখত বুকুফিন্দাই থিয় দিয়া উচিত।"—কোশীয়ে তেওঁক সান্ত্বনা দি কৈছিল :

"মই তোমাৰ ওচৰত···" থোকাথুকি মাতেৰে ৱৰ্গীসে কৈছিল, "বহুত দোষ কৰিছো। ঈশ্বৰৰ দোহাই তুমি মোক ক্ষমা কৰি দিয়া। মোৰ লৰাছোৱালীক কষ্টত পৰিব নিদিবা।"

"কি দোষ ?" ইমান ভাল মানুহজনে কি দোষ কৰিব পাৰে ! কোশীয়ে একো বুজি পোৱা নাছিল ।

কোশী ঘৰলৈ উভতিল । দোকানখন দেখিহে তেওঁৰ চাবিৰ কথা মনত পৰিল । চাবিকোছা ৰগীসৰ হাততে আছিল । বিদায়ৰ সেই হৃদয়-বিদাৰক মুহূৰ্তত কোশীয়ে সাধাৰণ চাবিকোছাৰ কথা পাহৰি গৈছিল । ৰগীসেও দিবলৈ পাহৰিলে চাগৈ,—তেওঁ ভাবিলে । দোকানৰ তলা কমাৰ মাতি আনি খোলাৰ বাহিৰে আন উপায় নাছিল । কিন্তু কোশীয়ে চিন্তা কৰি চালে যে কমাৰেৰে খোলোৱাটো ভাল নহব । তেওঁ পইচা অলপ জমাই বেছন আনিলে । দোকানৰ বাৰান্দাতে থৈ আটাইকে বেছন ভগাই দিলে । কেবাজনেও কোশীক ক'লে, "দোকানখন খুলি ললেনো কি বেয়া হয় ?"

কোশীয়ে একো নেমাতিলে । বেয়া একো নহয় ;—কিন্তু তলাটো নভঙাকৈ খোলাটো সম্ভৱ নহয় । আৰু সেয়ে আছিল কোশীৰ সমস্যা কাৰণ তেওঁ তলাটো ভাঙিব খোজা নাছিল ।

কিছুদিন পিচতে ত্ৰিবান্দ্ৰমৰ ডাক্তৰৰ পৰা কোশীয়ে টেলিগ্ৰাম পালে । তেওঁ ততালিকে তালৈ গ'ল । তেওঁৰ লগত ৰগীসৰ ঘৈনীয়েকো আছিল ।

সকলো চিকিৎসা অথলে গ'ল । এওঁবিলাকে গৈ ৰগীসক মৃত্যুশয্যাতহে পালে ।

ৰগীসৰ ঘৈনীয়েকে চিঞঁৰি চিঞঁৰি কান্দি উঠিল । বন্ধুৰ অৱস্থা দেখি কোশীয়েও চকুপানী টুকিলে । ৰগীসে মৃত্যুৰ ক্ষণ লেখি আছিল । "সোনকালে লৈ যাওক,"—ডাক্তৰে ক'লে ।

এখন টেক্সীৰে কোশীয়ে বন্ধুক ঘৰলৈ লৈ আহিল । ঘৰ পোৱাৰ পাচদিনাখনেই ৰগীসে ঘৰৰ পৰা, পত্নীৰ পৰা, লৰাছোৱালীৰ পৰা, কোশীৰ পৰা আৰু দোকানখনৰ পৰা বিদায় ললে ।

অন্তিম সংকাৰ যথাৰীতি সম্পন্ন হ'ল । পুৰোহিতে প্ৰায় আঢ়ৈ ঘণ্টা জুৰি মৃতকৰ গুণানুকীৰ্তন কৰি ভাষণ দিলে । 'ক্ৰচ' সজাই দিয়া ৰগীসৰ প্ৰতি পাতৃৰীজনৰ মনত কিমান ভাল ভাব আছিল ।

তেওঁৰ বিধবা পত্নীক কোশীয়ে যথেষ্ট সম্মানেৰে ৰাখিলে । পিতৃহীন

হৈ দিন কটোৱা লৰাছোৱালী কেইটাকো কোশীয়ে বৰ মৰম কৰে। পৃথীবীত বন্ধুতকৈ ডাঙৰ কোনো হব নোৱাৰে, এয়ে আছিল কোশীৰ ধাৰণা।

ৰেছনৰ দোকানৰ চাবি কোশীয়ে ৱৰ্গীসৰ মৃতদেহৰ ওচৰত পাইছিল।

কোশীয়ে এতিয়া প্ৰায়খিনি সময় দোকানতে কটাবলৈ ললে। হিচাপ-পত্ৰ লিখিবলৈ তাত বহী-কাগজ নাছিল। ৱৰ্গীসে ৰাতি ৰাতি নিজৰ ঘৰতে হিচাপ লিখিছিল। সেই কাৰণে হিচাপ-পত্ৰও ৱৰ্গীসৰ ঘৰতে আছিল।

ৱৰ্গীসৰ ঘৈনীয়েকে কোশীক এজন সংৰক্ষক অভিভাৱকৰ দৰে শ্ৰদ্ধা-ভক্তি কৰিছিল। তেওঁৰ শত্ৰুতা আছিল কোশীৰ ঘৈনীয়েকৰ লগতহে,—কোশীৰ লগত নহয়।

সেইদিনা আছিল দেওবাৰ। গীৰ্জাঘৰলৈ যোৱাৰ পিচত কোশী মৰিশালিলৈ গ'ল। তাত ৱৰ্গীসৰ কবৰৰ কাযত কিছুপৰ মৌন হৈ ৰ'ল। তেওঁৰ চকুৰ পৰা চকুপানী বাগৰি পৰিল। শুকান মাটিয়ে সেই পানী হেপাহেৰে শুহি ললে। "কোশী মই বহুত দোষ কৰিছো, ঈশ্বৰৰ দোহাই মোক ক্ষমা কৰি দিয়া। মোৰ লৰা ছোৱালীক কষ্ট নিদিবা।"—ৱৰ্গীসৰ অন্তিমৰ সেই কথাষাৰ কোশীৰ কানত বাজিবলৈ ধৰিলে। ৱৰ্গীসে কিনো দোষ কৰিছিল? একো নাই—তেওঁ হয়তো এনেয়ে কৈছিল।

কোশীৰ হিচাপ-পত্ৰৰ বহীৰ আৱশ্যক হ'ল। আৰুনো কিমান দিন টুকুৰা কাকতত হিচাপ লিখিব? টকা পাওতাৰ পৰা টকা আদায় কৰিবলৈ হিচাপতো লাগিবই। কিছুদিন এইদৰেই পাৰ হৈ গ'ল। এদিন কোশীয়ে বহী-পত্ৰ আনিবলৈ ৱৰ্গীসৰ ঘৰলৈ মানুহ পঠিয়ালে। বৰ কষ্টেৰে মানুহটোৱে বহী-পত্ৰৰ বোজাটো কঢ়িয়াই আনিলে। ইমানবোৰ হিচাপৰ নকল!—কোশীয়ে আচৰিত মানিলে। পঢ়ি চাবলৈ সেইবোৰ তেওঁ ঘৰলৈ আনিলে।

ৰাতি তেওঁ সেইবোৰ পঢ়িবলৈ বহিল। প্ৰত্যেকটো পাত লুটিওৱাৰ লগে লগে, কোশীৰ অন্তৰ বেদনাত গুমৰি উঠিল। চাকিৰ

সমুখত বহীৰ পাত লুটিয়াই থকা দেখি ঘৈণীয়েকে হাঁহিলে। যদি ঘৈণীয়েকে এনেদৰে খুচৰি খুচৰি চালেহেতেন, কোশীৰ নিশ্চয় খং উঠিলহেতেন! তেওঁ ভালদৰে বুজিছিল যে এই নকল বোৰৰ ৰহস্য গিৰিয়েকে বুজিব পাৰিছে। তাকে ভাবি ঘৈণীয়কে মনে মনে সন্তুষ্ট হ'ল।

"কোশী মই বহুত দোষ কৰিছো। ঈশ্বৰৰ দোহাই তুমি মোক ক্ষমা কৰি দিয়া। মোৰ লৰাছোৱালীক কষ্ট নিদিবা"—সেইষাৰ কথা!

কিছুমান ব্যৱসায়ীয়ে ছুটা হিচাপ ৰাখে। এটা সঁচা হিচাপ আৰু আনটো চৰকাৰৰ ওচৰত দাখিল কৰিবৰ বাবে। বন্ধুক প্ৰতাৰণা কৰিবৰ বাবে ৩য় ধৰণৰ হিচাপ···

কোশীৰ মূৰত সাপে ফোচ-ফোচাবলৈ ধৰিলে।—'মই এতিয়াও জীয়াই আছো।—এই কথা ভাবি তেওঁৰ সন্দেহ হবলৈ ধৰিলে। পৃথিবীখন এন্ধাৰেৰে ভৰি পৰিল।—'এই এন্ধাৰৰ মাজতে নিশ্চল হৈ এঠাইত বহি আছো"—কোশীৰ মনত এনে ধৰণৰ ভাবৰ উখলমাখল লাগিল। বৰ্গীসে দোকানৰ টকাৰে চাৰি হেজাৰৰ 'চিট ফাণ্ড' চলাবলৈ লৈছিল। নিজৰ ঘৈণীয়েকৰ নামত ছয়হেজাৰ টকা লিখি থৈছিল, আৰু সেই টকা তেওঁৰ ওচৰতে থৈছিল। ৱৰ্গীসৰ প্ৰথম মূলধন আছিল পাঁচশ। কোশীৰ ঘৰৰ বয়বস্তুৰ হিচাপত তিনিহেজাৰ দেখুওৱা হৈছে। অন্ধকাৰভৰা আকাশত জোন ওলাল, কিন্তু কোশীৰ টোপনি নাহিল। তেওঁ কাতি হৈ পৰি আছিল।

"তুমি শোৱা নাই কিয়?" মৰিয়াকুট্টীয়ে সুধিলে।

"......"

"কিয় শোৱা নাই?" আকৌ সুধিলে।

"টোপনি নাহে।"

"টোপনি নহাৰ কোনো কাৰণতো মোৰ চকুত পৰা নাই।"

"কিবা ভাবি আছো।"

"ইমান ভাবিবলগীয়া কি আছে? লৰাহতলৈ পঠিয়াবলৈ পইচা নোহোৱা হৈছেনেকি? নে ধাৰদিয়া মানুহ চোতালত বৈ আছেহি?"

ঘৈণীয়েকে এইদৰে সোধাত কোশীয়ে লাজ পালে। অলপপৰ মনে মনে থাকি তেওঁ ক'লে" তুমি যিবোৰ কৈছিলা, সকলো সঁচা।

"কিবোৰ ?"

"ৱৰ্গীসৰ বিষয়ে— ।"

"মইতো আগতেই জানিছিলো। এনেয়ে আৰু সাত বছৰলৈ মাৰ গাখীৰ খাই ডাঙৰ হৈছিলোনে ?—এতিয়াতো বিশ্বাস হ'ল ?" মৰিয়াকুট্টীয়ে ক'লে।

"হৈছে··· ।"

"সেইফেৰা আগতে হোৱাহেতেন—"

আকৌ বহুপৰ মনে মনে থাকি কোশীয়ে ক'লে, "সেইটো নহ'ল। মোৰ দ্বাৰা নহ'লহেতেন, কাৰণ মই ভাবো প্ৰথমতে বিশ্বাস কৰাই উচিত।"

"কিন্তু তোমাৰ বন্ধুৰতো তোমাৰ ওপৰত বিশ্বাস নাছিল। তেওঁৰ কাৰো ওপৰতে বিশ্বাস নাছিল।"

"এৰা তেওঁৰ স্বভাব তেনেকুৱাই আছিল। মৃত্যুৰ পিচত এতিয়া চাগৈ ৰিশ্বাস কৰিবলৈ লৈছে!"—কোশীৰ ঘৈনীয়েকে হাঁহিবলৈ ধৰিলে।

কোশীয়ে সেইকথা সহ্য কৰিব পৰা নাছিল।

পিচদিনা কোশী পলমকৈ উঠিল। পিয়নে জীৱনবীমা কোম্পানীৰ খাম এটা দি গ'ল। ৱৰ্গীসে ২০০ টকাৰ এখন 'পলিচী' সৰুটো ল'ৰাৰ নামত কৰিছিল।

কোশীয়ে ৱৰ্গীসৰ ঘৈনীয়েকক মাতিবলৈ মানুহ পঠিয়ালে। তেওঁ সেই ঘৰলৈ আহিবলৈ ভাল নেপাইছিল। কিন্তু বেচেৰী বিধবা গৰাকীয়ে অভিভাৱকৰ ঘৰলৈ নোযোৱাকৈ থাকিব পাৰে কেনেকৈ ?

"কোশী মই বহুত দোষ কৰিছো। ঈশ্বৰৰ দোহাই তুমি মোক ক্ষমা কৰি দিয়া। মোৰ ল'ৰা ছোৱালী কেইটাক কষ্ট নিদিবা," —বৈ বৈ কোশীৰ কাণত এইষাৰ কথা বাজিবলৈ ধৰিলে। কোশী আৰু ঘৈনীয়েকৰ সমুখত বেচেৰী বিধবা গৰাকী তলমূৰ হৈ আছিল। তেওঁৰ ফালে হাত আগবঢ়াই কোশীয়ে ক'লে, "লোৱা দোকানৰ

চাবি। আজিৰ পৰা দোকানখন তোমাৰ। মোৰ দোকান চলোৱাৰ ইচ্ছা নাই। তাৰ কাৰণ মোক নুসুধিবা। ইচ্ছা কৰিলে দোকানখন চলাবা, নহলে বন্ধ কৰি দিবা। আজিৰ পৰা দোকানৰ সৈতে মই মোৰ সকলো সম্পৰ্ক ছেদ কৰিলো।”

ৰৰ্গীসৰ পত্নীয়ে চাবিকোছা লবলৈ অলপ ইতস্ততঃ কৰা দেখি, কোশীয়ে চাবিকোছা তেওঁৰ আগত দলিয়াই দি বাহিৰলৈ গুচি গ’ল। আকাশখন এচপৰা ক’লা মেঘে আবৰি ধৰিছিল। এতিয়া সেয়া আঁতৰি ফৰকাল হ’ল। কোশীৰ অন্তৰৰ পৰাও এটা গধূৰ বোজা আঁতৰি নাইকিয়া হৈ গ’ল।

# কইনা

—এছ, কে, পোৰ্ডেকাট

ববষুণ দিয়াৰ পিচত আকাশখন অলপ মুকলি হ'ল। এতিয়া প্ৰকৃতিৰ সৌন্দৰ্য স্পষ্টভাবে জিলিকি উঠিছে। মেঘৰ মাজত সন্ধিয়াই যেন লুকাভাকুহে খেলিছিল।

পট্টাবী আৰু কুটিপুৰম ৰেললাইনৰ দুয়োদাঁতিৰ খেতি, সেউজীয়া বহনে আৱৰা টিলা, ফলভৰি থকা গছ আৰু তাৰ পাচত ভাৰতপুচ্ছাৰ বালিময় পাৰ চাই চাই মই আৰু গোপী আগুৱাই গৈ আছিলো।

গোপীয়ে তিনিমাহৰ ছুটীত মালয়ৰ পৰা মোৰ ওচৰলৈ আহিছে। তেওঁ অহাৰ মুখ্য উদ্দেশ্য হ'ল—বিয়া। গোপী ইয়াৰ পৰা যোৱা আঠবছৰ হ'ল। তেতিয়াৰ পৰা এইবাৰেই প্ৰথম গাঁৱলৈ আহিছে। গোপী এইখন গাঁৱৰ এটা মান্যবন্ত আৰু প্ৰাচীন পৰিয়ালৰ ল'ৰা। এতিয়া সেইখন ঘৰত কোনো নাই। সেই কাৰণে ঘৰটো ভাড়া দিয়া হৈছে। গোপীৰ এটা ককায়েক মাদ্ৰাজৰ ক'ৰবাত 'ছেলছ্ অফিচাৰ'। ঘৰৰ পৰিস্থিতি এনে হোৱা বাবে তেওঁ বিয়া সম্পৰ্কীয় দায়িত্ব মোৰ ওপৰতে এৰি দিছে, কাৰণ মই তেওঁৰ সহপাঠী, বন্ধু আৰু একে গাঁৱৰে মানুহ।

গোপীয়ে তেওঁৰ চিঠিত ভাবী পত্নী বাছিবলৈ লিখি মোলৈ যি নিৰ্দেশ দিছিল, তাত পত্নীৰ বহুতো লক্ষণৰ কথা এইদৰে বৰ্ণাইছিল, —পকা কলৰ দৰে ৰং, ডাঙৰ ডাঙৰ আৰু ক'লা চকু, সুডোল আৰু সুন্দৰ নাক আৰু দীঘল কেকোৰা চুলি। চুলিৰ বিষয়ে লিখা কথাষাৰৰ তলত আঁচ মাৰি সেই কথাত বিশেষ গুৰুত্ব দিছিল। অলপ ওখ—বৰ বেচি নহয়—শাৰীৰিক ক্ষেত্ৰত স্বাস্থ্যৱতী। বয়স ১৭'ৰ পৰা ২০'ৰ ভিতৰত। ধনী আৰু ডাঙৰ পৰিয়ালৰ হব নেলাগিব।

পকা কলৰ দৰে নেপালে অলপ মিঠাবঙৰ হলেও ক্ষতি নাই।

চুলি ঘন হোৱাৰ লগতে কেকোৰাও লাগিব। বাকী বিলাক লিখা ধৰণৰ হলে হব।

গোপীৰ ভাবী কইনাৰ বৰ্ণনা পঢ়াৰ সময়ত মোৰ তিৰুৰ স্টেচনৰ প্লেটফৰ্মত ফল বেচোতা এজনৰ চিঞঁৰটোলৈ মনত পৰিছিল:—সুন্দৰী তিবোতাৰ ৰং পকা কলৰদৰে হব লাগে।

গোপীৰ চিঠিখন মই দুই তিনিবাৰ পঢ়িছিলো। মোৰ এনে লাগিছিল যেন তেওঁ ধেমালি কৰিহে এইবোৰ লিখিছে। আমি দুয়ো মাদ্ৰাজত বি. এ পঢ়াৰ পৰাই গোপীক মই জানো। তেওঁ লাজকুৰীয়া আৰু ৰসিক, সেই কাৰণে বহুতো চিন্তাৰ পিচতহে চাগৈ তেওঁ ভাবী কইনাৰ বৰ্ণনা মোলৈ লিখি পঠিয়াইছে। তথাপি এনে ধৰণৰ সপোন দেখাৰ কাৰণ কি? গোপীয়ে ভাবী পত্নীৰ বৰ্ণনা কথাছবিৰ নায়িকাৰ ৰূপত কৰিছে। গোপীৰ উদ্দেশ্য মই বুজিলো। মালয়ত তেওঁৰ মালয় আৰু চীনা বন্ধুৰ আগত আমাৰ মালয়ালম ছোৱালীৰ সৌন্দৰ্য প্ৰদৰ্শন কৰিবলৈ গোপীয়ে বিচাৰিছে। সেয়ে চুলি, নাক আৰু গাৰ বৰণৰ ওপৰত বিশেষ জোৰ দিছে। বাঃ বন্ধুৰ মনৰ আকাঙ্ক্ষা কিমান সুন্দৰ!

মই তেওঁৰ চিঠিৰ উত্তৰত দুটা প্ৰশ্ন সুধি পঠিয়াইছিলো, "চশমা পিন্ধা ছোৱালী হ'লে কিবা আপত্তি আছেনেকি? অলপ গান-বজনা জানিলেও তোমাৰ অযোগ্য বুলি ভাবিবানেকি?"

কিন্তু মোৰ চিঠি পোৱাৰ আগতেই সৰ্বলক্ষণযুক্ত লক্ষ্মীস্বৰূপা ভাবী পত্নী বাছি লবলৈ তেওঁ ইয়ালৈ ৰাওনা হ'ল। এনে পত্নী পাবৰ কাৰণে কোনো সাধাৰণ ধৰণৰ পুৰুষে ইমান পৰিশ্ৰম কৰিব নোৱাৰে। পকা কলৰ দৰে ৰং, কলফুলক পৰাস্ত কৰিব পৰা নাক, হৰিণীৰ দৰে। চকু, কুঁহিয়াৰৰ গছৰ দৰে ওখ আৰু সুডোল গাৰ গঠন, চুলি ইমান ঘন যে খুলি দিলে চীনা ৰেছমৰ পৰ্দা যেন লাগে—গাৰ ৰং তেনে ৰেছমক পৰাস্ত কৰা বিধৰ।

গোপীৰ কথা শুনি মই দীৰ্ঘ নিশ্বাস পেলোৱাটো আচৰিত নাছিল, কাৰণ সেয়াই সত্য আৰু স্বাভাৱিক। যদি ভবাদৰে হয়, তেনেহলেতো ঈশ্বৰৰ কৰুণা! গোপীৰ আকাঙ্ক্ষাৰ অনুৰূপ এগৰাকী সৌন্দৰ্যৰ

ৰাণীৰ কথা মই জানিছিলো। দুই-তিনি মাইল দূৰৈৰ এখন ঠাইত থাকে। তেওঁৰ ৰং সোণৰ দৰে, সুডোল সুদীৰ্ঘ দেহৰ গঠন, গাল মুখ থুতৰি আদিৰ ৰং বিতোপন! অপূৰ্ব কেশভাৰ। ক'লা আৰু চিকচিকিয়া চুলিগোছা মেলি দিলে মাটি স্পৰ্শ কৰে! তেওঁৰ চাল চলনত এটা মাদকতা আছে। যেতিয়া খোজকাঢ়ে, তেতিয়া এক গৰ্বভৰা সৌন্দৰ্য স্পষ্টভাবে বিৰিঙি ওলায়। সেই গন্ধৰ্ব-কন্যাক মই গোপীৰ কাৰণে বাছি থৈছিলো। তেওঁ এজন খেতিয়কৰ জীয়াৰী। পৰিয়ালটো ভালেই ; কিন্তু এটা খুঁত আছিল। সাত-আঠ বছৰৰ আগতেই তেওঁৰ বিয়া হৈছিল।

গিৰীয়েকে তেওঁক ত্যাগ কৰিছে নে তেওঁ গিৰীয়েকক— নেজানো। তাৰ পাচত তেওঁ আৰু কাকো বিয়া কৰোৱা নাই। বৰ্তমানে তেওঁৰ কাম হ'ল সূতা কটা আৰু হিন্দী পঢ়া। গুৰুবায়ুৰ পুনৰ ছবি তেওঁ পূজা কৰে। এইবোৰ কামৰ ভিতৰত শেষৰ কামটোৰেই তেওঁৰ মোমায়েকৰ পছন্দ। তেওঁৰ মাক-দেউতাক ঢুকাইছে। তেওঁৰ নাম আম্মুকুট্টী। মোমায়েকে তেওঁৰ কামত অসন্তুষ্ট হলেও একো নকয়। কিছুবছৰ এইদৰেই পাৰ হৈ গ'ল।

ইমান বছৰ পাৰ হৈ যোৱাতো তেওঁৰ সৌন্দৰ্য ম্লান হোৱা নাছিল। এই সময়তো তেওঁ যেন সোঢৰ-ওঠৰ বছৰীয়া ছোৱালীহে! ইমান-খিনি জনাৰ পিচত গোপীৰ কথা তুনাই কোৱাৰ আৱশ্যক নাই। ইয়াৰ অৰ্থ ভুল নুবুজিব। ঘূৰণীয়া শিলৰ দৰে কিছুমান ছোৱালী আছে, সিহঁতৰ বাঢ়ি অহা বয়স ধৰিব নোৱাৰি। তেওঁলোকৰ সজীৱতাও কমি নেযায়। তাৰ ভিতৰত আম্মুকুট্টীও পৰে। মই জানো তেওঁক দেখাৰ পিচত গোপীয়ে মোক একো নকব। অলপ সন্দেহ হলে আম্মুকুট্টীৰ পিনৰ পৰাহে হব পাৰে। তেওঁ যদি বিয়া কৰাবলৈ ইচ্ছুক নহয়? এইটোৰ বাহিৰে তুয়োৰো মিলনত বাধা দিব পৰা আন কোনো কাৰণ নাই।

গোপী দেখাত কোমল। অলপ ক'লা বৰণৰ। দৈহিক গঠনত ওখ-পাখ। মালয়ত থকা কাৰণে অলপ শকত হৈছে। তেওঁৰ চুলি কিচকিচিয়া ক'লা। সোঁকাণৰ ওচৰত অলপ চুলি অৱশ্যে বগা

হৈছে। চাকৰিৰ কথা কবলৈ হ'লে, মালয়ৰ তেওঁ এজন ডাঙৰ বিষয়া। 'ইষ্টেটত মাহে নশ ৰূপৰ মুদ্ৰা পায়। নিজৰ মটৰগাড়ী আছে। অলপ কৃপণ হোৱা বাবে বেঙ্কত টকা ভালকৈয়ে জমা হৈছে। আৰু কি লাগিছে? বিয়াৰ পাচত সুখেৰে দিন কটাবলৈ তেওঁৰ একো টান নহব। যদি সূতা কটা আৰু হিন্দী পঢ়াটো অত্যন্ত আৱশ্যক বুলি ভাবে, তেতিয়া হলেও আম্মুকুট্টিয়ে মালয়তো সেইখিনি কৰিব পাৰিব। গুৰুবায়ুপুনৰ ছবিও লগতে লৈ যাব পাৰিব। মই জানো যে গোপীয়েও ভগবানক অলপ অচৰপ বিশ্বাস কৰে। আমি যেতিয়া মাদ্ৰাজত একেলগে পঢ়িছিলো, তেতিয়া তেওঁ সদায় শোৱাৰ আগতে শ্ৰীমদ্ভাগৱতগীতা পঢ়িছিল।

আমি ছোৱালীৰ ঘৰলৈ যাব খোজা কথাটো ছোৱালীৰ ঘৰে গম পোৱা নাছিল। এনেধৰণৰ কথা আগতে বুজাই দিয়া ভাল। ছোৱালী যদি ল'ৰাৰ পছন্দ নহয়, তেন্তে ছোৱালী আৰু ঘৰৰ মানুহে তাৰ বাবে দুখ পাব নেলাগে। ছোৱালীৰ পৰিয়ালৰ বিষয়ে গোপীয়ে একো নেজানিছিল। ছোৱালী পছন্দ হলে তেওঁক সকলো কথা কম —এই উদ্দেশ্যেৰে মই গোপীক লৈ ওলাইছো।

আমি গৈ আছিলো।

তলত কলা কাপোৰ আৰু গাত বগা চোলা পিন্ধি মুছলমান তিৰোতাসকলে সেউজীয়া ধানে ভৰা খেতি পথাৰত মূৰ তলকৈ ভুইৰুই আছিল। শাৰী শাৰীকৈ কাম কৰি থকা তিৰোতাবিলাকক দেখি দূৰৈৰ পৰা এনে লাগে যেন পথাৰৰ সীমনাত দীঘল ক'লা কাপোৰ বান্ধি দিয়াহে হৈছে। উজ্জ্বলকৈ কাজল বোলোৱা এগৰাকী বয়সীয়াল অস্পৃশ্যা মহিলাই অকলে আন এখন পথাৰত কাম কৰি আছিল। শ্যামল বক্ষত ৰঙা মণিৰ মালাধাৰিয়ে তেওঁৰ সৌন্দৰ্য্য বঢ়াইছিল। তেওঁৰ সমুখৰ পথাৰৰ মাটিত তেওঁৰ আঙঠিৰ সাঁচ বহিছিল।

গোপীয়ে পথাৰলৈ চাই চাই আগবাঢ়ি গৈ আছিল। মই কৈছিলো, "এই ঠাইখন আৰু ইয়াৰ চাবলগীয়া বস্তুবোৰ ইমান বছৰৰ পাচতো কোনোধৰণে সলনি হোৱা নাই।"

"একো সলনি হোৱা নাই বুলি কলে ভুল হব। সকলোৰে আৱৰ্তন আছে—আৱৰ্ত্তন।" গোপীয়ে বৈ মোৰ পিনে চালে। গোপীৰ চকু ডাঙৰ আৰু ক'লা। "ঠিকেই, আৱৰ্ত্তনৰ শক্তি বোধ কৰিবলৈ মানুহ আৰু শাস্ত্ৰ অসমৰ্থ। ঘূৰি থকা এটা ডাঙৰ চক্ৰৰ দৰে সকলো আহে আৰু গুচি যায়—আকৌ আহে। প্ৰপঞ্চ, পৰমাণু, প্ৰকৃতি, মানৱ—সকলো সেই আৱৰ্তনৰেই অংশ ···।" মই বুজিলো যে গোপীয়ে তত্ত্বজ্ঞানৰ এক সুদীৰ্ঘ ভাষণ দিবলৈ প্ৰস্তুত হৈ আহিছে। স্বাভাৱিক অৱস্থাত যিজন লাজকুৰীয়া, তেৱেঁই যদি তত্ত্বজ্ঞানী হৈ পৰে, তেতিয়া-হলে তেনেলোকৰ লগত তৰ্ক কৰা মস্কিল হয়। মই জেপৰ পৰা চিগাৰেট এটা উলিয়াই জ্বলালো। গোপীয়ে চিগাৰেট নেখায়।

গোপীয়ে আকৌ কবলৈ আৰম্ভ কৰিলে, "মানুহৰ জীৱনতো আৱৰ্তনৰ স্বভাব অস্পষ্ট ৰূপত থাকে। আমাৰ চমু জীৱনকালতো ইয়াৰ প্ৰভাব পৰে, কিন্তু আমি ধৰিব নোৱাৰো। সেই কাৰণেহে আমি তালৈ মন নিদিও।"

নামনিৰ পথাৰৰ পৰা মুছলমান তিৰোতাৰ এটা সমদল আহি আছিল। হয়তো বিয়াৰ যাত্ৰী। নতুন এগৰাকীক আনিবলৈ গৈছে হবলা। তেওঁবিলাকৰ সেউজীয়া, হালধীয়া, নীলা আৰু ৰঙা ৰঙৰ ৰেছমী কাপোৰে সন্ধিয়াৰ পোহৰত ইন্দ্ৰধনুৰ সৃষ্টি কৰিছিল।

গোপীয়ে আগবাঢ়ি গৈ থকা সময়তো হাতৰ আকাৰ ইঙ্গিতেৰে নিজৰ ভাষণ দিয়েই আছিল।

যেতিয়া আমি ৰেলৰ দলউৰ কাষ পালোগৈ, তেতিয়া সেই তিৰোতাৰ দলটিয়ে ছাতি মেলি ৰেলৰ লাইনৰ ওপৰত থিয় হৈছিল।

তেওঁলোক যোৱাৰ পাচত মই গোপীক কলো, "শুভ লক্ষণ। বিয়াৰ পাচত নতুন কইনা ঘৰলৈ নিব ধৰিছে।"

গোপীয়ে একো নেমাতিলে।

মাইকী মানুহ ন গৰাকী আছিল—ন নম্বৰটোৱে ভাগ্যকে সূচায়। মই লেখি লেখি গোপীক কৈছিলো।

গোপীয়ে এইবাৰো নেমাতিলে। সেই লাজকুৰীয়া মানুহজনৰ পিনে চাই, মই কঁপি উঠিলো। গোপীৰ মুখৰ বৰণ হালধিতকৈও

হালধীয়া হৈ পৰিছে আৰু চকুজোৰ যেন মৰা মাছৰ দৰে বাহিৰলৈ ওলাই আহিছে।

"গোপী, গোপী", চিগাৰেটটো দলিয়াই মই গোপীক ধৰিলো। গোপীৰ হাত বাকলি গুচোৱা কলৰ দৰে চেচা হৈ পৰিছিল। যেতিয়া আমি মাদ্ৰাজত পঢ়ি আছিলো, তেতিয়া গোপীৰ দুই তিনিবাৰ মান 'হিষ্টিৰিয়া' হৈছিল। মই ভাবিলো এইবাৰো তাৰেই আক্ৰমণ হৈছে। মই গোপীক ততালিকে ধৰি মাটিত শুৱাই থলো।

পাঁচ মিনিট পাচত গোপীৰ জ্ঞান আহিবলৈ ধৰিলে। চকুলৈও যেন প্ৰাণ উভতি আহিল। মোৰো ভাল লাগিল। 'হিষ্টিৰিয়া' হোৱা নাছিল।

"সেই ঠাই, সেই দলং"—মন্ত্ৰ জপাৰ দৰে গোপীয়ে উচ্চাৰণ কৰিছিল। তাৰ পিচত হাতেৰে কপালৰ ঘাম মচি, এপিনলৈ চাই থাকিল। মোৰ পিনেও এনেদৰে চালে—যেন মোক হঠাতেহে লগ পাইছে।

"গোপী, ভাগৰ গুচিছেনে?"—মই এটা চিগাৰেট জ্বলাই সুধিলো।

গোপীয়ে ম্লান হাঁহি হাঁহিলে। পিচমুহূৰ্ত্তে দূৰলৈ চাই ৰ'ল।

মেঘ আঁতৰি লাহে লাহে পোহৰ বিৰিঙি উঠিল।

"গোপী, মাদ্ৰাজত হোৱা বেমাৰটোৱেই হ'ল নেকি?"

গোপীয়ে মূৰ জোকাৰি ক'লে, "নহয়, মালয়লৈ যোৱাৰ পিচৰ পৰা সেই বেমাৰটো হোৱা নাই।"

"কিন্তু এতিয়া যি হ'ল, তাৰ নাম কি?" মই সুধিলো, "মালয়ান্ হিষ্টিৰিয়া নেকি?"

মুখৰ ওপৰত পৰা চিগাৰেটৰ ধোঁৱা আঁতৰাই, গোপী মনে মনে থাকিল।

"এই ঠাই, এই দলউ'ৰ অৰ্থ কি? কিয়, এই ঠাইখন তোমাৰ আগতে চিনাকি নেকি?"

কোনো উত্তৰ নাই।

অলপ সময় পিচত টিলাৰ ওপৰলৈ দৃষ্টি নিক্ষেপ কৰি ক্ষীণ মাতেৰে গোপীয়ে ক'লে, "ই এটা পুৰণি কাহিনী। য'ত আমি এতিয়া আছো,

তাতেই মোৰ মৃত্যুৰ দৰে ঘটনা এটা আঠবছৰ আগতে ঘটিছিল।" তাৰ পিচত আকৌ তেওঁ কিবা এটা চিন্তাত মগ্ন হৈ মনে মনে থাকিল।"

"কোৱাচোন কি ঘটনা ঘটিছিল। কেতিয়া?" মই ঘৰী চালো। চাৰে চাৰি বাজিছিল—ৰাতি হোৱাৰ আগতে আমাৰ গন্তব্যস্থান পাবলৈ মাথোন দুঘণ্টাহে হাতত আছে।

মোৰ আগত সেই ঘটনাৰ বৰ্ণনা দিবলৈ গোপীৰ অলপ সঙ্কোচভাব হৈছিল। বৰকৈ ধৰাত কবলৈ ধৰিলে, "মই বি. এ পাছ কৰাৰ পাছত এল. টি হোৱাৰ আশাত এখন প্ৰাইভেট স্কুলত শিক্ষকৰ কাম কৰিছিলো। সেই স্কুলখন আছিল এইঠাইৰ পৰা দুমাইল আঁতৰত।"

"তুমি শিক্ষকতা কৰিছিলা বুলি সেই সময়ত গম পাইছিলো। কিন্তু ইয়াতেই কৰিছিলা বুলি জনা নাছিলো। তুমি কোৱাতহে এতিয়া জানিলো।" —মই কলো।

"এৰা মই ইয়াতেই আছিলো। তুমি তেতিয়া গাঁৱত নাছিলা।"

"অ' মই নাছিলো। তাৰ পাচত কি হ'ল?"

"মই এখন দোকানৰ ওপৰতলাৰ কোঠা এটাত থাকিবলৈ লৈছিলো। কাৰো লগত মোৰ বন্ধুত্ব নাছিল। গধূলি স্কুলৰ পৰা আহি পথাৰত ঘূৰি ফুৰিছিলো। কেতিয়াবা কেতিযাবা নৈৰ পাৰলৈ গৈ বহিছিলো আৰু আন্ধাৰ হোৱাৰ লগে লগে উভতি আহিছিলো। হোটেলত ভাত খাই নিশা বাৰ বজালৈকে স্বামী বিবেকানন্দৰ সাহিত্য পঢ়িছিলা।"

"শোৱাৰ আগতে শ্ৰীমদ্ভাগৱতগীতাওতো এসময়ত পঢ়িছিলা?"

"সেই সময়ৰ দৰে শ্ৰীমদ্ভাগৱতগীতা আজিও মোৰ প্ৰাণৰ বস্তু।"

মই মনতে ভাবিলো,—হাইস্কুল, শোৱাকোঠা, ফুৰাচকা, হোটেল, কৰ্মযোগ,—তাৰ পাচত পাখি মেলি প্ৰেমো আহিব নিশ্চয়!

"এদিন সন্ধিয়া মই এজনী ছোৱালী দেখি চায়েই বলো,— অসাধাৰণ সৌন্দৰ্যৰ দেবী আছিল তেওঁ!"

"আকাশৰ পৰা পৰিছিল নে—পৃথিবীতে উপজিছিল?"

"উত্তৰী-গীত গাওতাসকলৰ দৰে নিজকে সুধিছা নেকি?"

"এৰা তেওঁৰ সৌন্দৰ্য বৰ্ণনাৰ কাৰণে···"

"নহয়, বৰ্ণনা কৰি তেওঁৰ সৌন্দৰ্য নষ্ট নকৰিবা।" মই সস্নেহে

গোপীক বাধা দিলো। "সবাতোকৈ সুন্দৰী ছোৱালীক মই মনৰ চকুৰে দেখা পাও।"

"আৰু সদায় সন্ধিয়া লগ পাইছিলো। তেওঁৰ ডাঙৰ ক'লা চকুৰ চাৱনিয়ে মোৰ হৃদয় এক বিচিত্ৰ ভাবেৰে ভৰাই তুলিছিল। তেওঁ এগৰাকী শিক্ষয়িত্ৰী আছিল।"

"তেনেহলে ভালেই আছিল···" মই কলো, "নহলে সদায় এডোখৰ নিৰ্দিষ্ট ঠাইত লগ পোৱাটো মস্কিল হলহেতেন। তেওঁৰ নাম কি আছিল?"

গোপীয়ে চকু মুদি ক'লে, "তেওঁৰ নাম আজিলৈকে মই নেজানিলো।"

"ঠিক আছে। কাহিনী কৈ যোৱা, অজ্ঞাত মোহিনীৰ কাহিনী।"

"এইদৰে আমি নিতৌ লগ পাইছিলো। তেওঁ স্কুলৰ পৰা ঘৰলৈ যোৱাৰ পৰত আৰু মই স্কুলৰ পৰা ফুৰিবলৈ যোৱাৰ অজুহাতত। তেওঁ ৰেল লাইনৰ দাঁতিয়েদি যায়। প্ৰতিদিনে আমি দুয়ো দুয়োকে দেখোঁ কিন্তু কথাবতৰা নেপাতো। আমি পৰস্পৰে কথা নেপাতিলেও, দুয়োৰে নয়নযুগলে যেন নিতৌ কথা কোৱা-কুই কৰিছিল। তেওঁক লগ পোৱাৰ পাচত মই কবিতাৰ শাৰী লিখি শুনাইছিলো।

"এদিন তেওঁক ঘৰত থবলৈ মই পাছে পাছে গৈ আছিলো।" গোপীয়ে কাহিনী কৈ গৈছিল। "দুই তিনি মাইল মান খোজ কাঢ়িব লগা হৈছিল।"

মই সুধিলো—"তেওঁ তোমাক দেখা নাছিল নে?"

"দেখিছিল। যেতিয়া তেওঁ ঘৰত সোমাল, তেতিয়া তেওঁ এবাৰ পিচলৈ ঘূৰি চাইছিল।"

"পাচদিনা তোমাক লগ পোৱাৰ সময়ত তেওঁ একো সোধা নাছিলনে?" মই সুধিলো।

"নাই, মাথোঁ এবাৰ মৌন চাইছিল।"

"দুমাহ পাৰ হৈ গ'ল।"

"তেতিয়ালৈকে তোমালোক দুয়ো দুয়োকে কেবল চায়েই আছিলা নেকি?"

"এৰা কেবল চোৰাহে হৈছিল।"

"তুমাহত তেওঁ এবাৰ মিচিকিয়া হাঁহি এটাও মৰা নাছিলনে ?"

গোপীয়ে এবাৰ হাঁহিলে। মই চিগাৰেট জ্বালালো।

"তাৰ পিচত কিছুদিন মই তেওঁক দেখা নাছিলো।" গোপীয়ে দুখভৰা কণ্ঠেৰে ক'লে।

"কিয়, কিবা বেমাৰ হৈছিল নেকি ?" মই সহানুভূতি দেখুৱাই কলো।

"এদিন ৰাতি মই কোঠাত পঢ়ি আছিলো। খোলা খিৰিকিৰে মাজে মাজে মোৰ চকু বাহিৰলৈ গৈছিল। পথাৰত জোনাক উপচি পৰিছিল। নিজৰাৰ পাৰত কেতেকী গছ বতাহত নাচি আছিল। জোনাকত ফুৰিবৰ মন গ'ল। কামিজ পিন্ধিলো, ঠাণ্ডাৰ হাত সাৰিবলৈ মূৰত এখন চাদৰো মেৰিয়াই ললো। দুৱাৰ বন্ধ কৰি বাহিৰলৈ ওলাই আহিলো। পথাৰ পাৰ হৈ ৰেল লাইন পালোগৈ। তেতিয়া তেওঁৰ কথা মনত পৰিল। ভাবিলো, তেওঁৰ ঘৰলৈকে যাওগৈ।"

মই মনতে ভাবিলো প্ৰেমত পৰিলে প্ৰেমিকে ৰেলৰ লাইনত মূৰ থবলৈকেও পাচ নুহুহকে!

"মোৰ ভৰি আগ বাঢ়িবলৈ ধৰিলে। মোৰ মনত তেওঁৰ বাহিৰে আৰু আন কাৰো চিন্তা নাছিল। তেওঁৰ ঘৰ নিশ্চয় জোনাকে ঢৌৱাই আছে। তেওঁৰ মুখৰ ছবি মোৰ মনত ভাহি উঠিছিল। তেওঁ চাগৈ শুই আছে। শোৱাৰ সময়ত চাগৈ তেওঁ চুলিখিনি বান্ধি থৈছে নাইবা বিছনাত মেলি থবও পাৰে। তেওঁ লাহে লাহে উশাহ লৈছে চাগৈ। সেই শব্দ কেনে হব বাৰু ?"

"কাঁহৰ বাচনত গাখীৰ খীৰোৱা শব্দৰ দৰে"—মই কৈ উঠিলো।

এয়া কোৱাৰ লগে লগে মোৰো এটা ঘটনা মনত পৰিল। চিগাৰেটৰ শেষ হোপাটো উপভোগ কৰি মই ক'লো,—"পাঁচ বছৰৰ আগতে এবাৰ মই মাদ্ৰাজলৈ গৈছিলো। দ্বিতীয় শ্ৰেণীত মই ঠাই ললো আৰু আৰামেৰে শুই পৰিলো। মই এটা সপোন দেখিছিলো ঃ মই যেন এখন গাৱঁৰ এটা ঘৰৰ সমুখত থিয় দি আছো। ৰাতি পুৱাই আহিছে। ওচৰৰ গোহালিত এজনী ছোৱালীয়ে গাই খীৰাই আছে।

কাঁহৰ পাত্ৰত গাখীৰ পৰা মিঠা মিঠা শব্দ মোৰ কাণত পৰিছে। তেনেতে মোৰ পিঠিত এটা খুন্দা লাগিল।···মই চক খাই সাৰ পালো। গাড়ী আৰকোণম পাইছিলহি। কাঁহৰ পাত্ৰত গাখীৰ পৰা শব্দ তেতিয়াত মই শুনি আছিলো। চাৰিওপিনে চকু ফুৰাই বুজিলো সমুখৰ 'ছিট'ত শুই থকা মানুহ গৰাকীৰ সেয়া নিশ্বাসৰ শব্দহে মই শুনি আছো।"

মোৰ কাহিনী শুনি গোপীয়ে মিচিকিয়াই হাঁহিলে। ৰেলগাড়ীৰ শব্দ শুনা গ'ল।

"মাদ্ৰাজ মেল হবলা",—মই গোপীক সচেতন কৰি কলো, "আমি দলঙখনৰ পৰা অলপ আঁতৰি যাও আহা।"

সেই ঠাই! দলং খনত জোকাৰণি তুলি ৰেলগাড়ী গুচি গ'ল। আমি উত্তৰৰ পিনে আগবাঢ়িলো।

"বহুদূৰ বাট বালো
বেদনাত বিকল মই
এতিয়া সৌন্দৰ্য্য উপভোগ কৰিবলৈ
থিয় হলো সমুখত।
প্ৰেমৰ পতাকা লৈ—আহিছো প্ৰিয় মই।"

—শস্য কটা সময়ৰ এই লোকগীতটি মোৰ মনত পৰিল। মই গোপীক গাই শুনালো।

"এইদৰে ৰেলৰ লাইনৰ দাঁতিয়ে দাঁতিয়ে গৈ তেওঁৰ ঘৰ পাইছিলগৈ, হয়নে গোপী ?"

"নাই, পাবগৈ নোৱাৰিলো।" গোপীয়ে পুনৰ এপিনলৈ চাই ক'লে, "দলঙৰ কাষ পাইছিলো—কিন্তু সেই মুহূৰ্ততে তেতিয়াই··· এটা"···গোপীৰ মাত হেৰাই গ'ল।

"তেতিয়া কি হ'ল ? মই উৎসুক হৈ সুধিলো।

"তেতিয়া ক'লা ভূতৰ দলটো –পথাৰৰ মাজেৰে তালৈ আহিছিল।"

"ক'লা ভূত !

অঁ—মূৰৰ পৰা ভৰিলৈকে ক'লা কাপোৰ পিন্ধা। সকলো মিলি ন-টা আছিল। সিহঁতে চুপে-চাপে আহি মোৰ সমুখত থিয় দিলে।

সেই সময়তে মই একেবাৰে অৱশ হৈ পৰিছিলো। মই দেখিলো,— সিহঁত ডকাইত। ক'লা টুপী পিন্ধি, হাতত অস্ত্র লৈ কোনো জমিদাৰ বা ধনী মানুহৰ ঘৰ ভাঙি সোমাবলৈ সাজু হৈ আহিছে। ক'লা মুখাৰে চাবলৈ কৰি লোৱা ফুটাবোৰেৰে বহুতো চকু একেলগে ক্রূৰভাৱে মোৰ ওপৰত নিবদ্ধ হৈছিল।”

“কোন?”—এটা ভূতে সুধিলে।

“কলৈ যাব?” আন এটাই ক'লে।

তেতিয়াহে মোৰ অস্তিত্ব সম্পৰ্কে উপলব্ধি হৈছিল। কি উত্তৰ দিও? সেই অঞ্চলৰ কোনো ঠাইৰ নামো মই নেজানিছিলো। মিছা কথা কলে সিহঁতে মাৰি পেলাব। সিহঁতক দেখা পোৱাটোৱেই যেনিবা মোৰ অপৰাধ হ'ল। সিহঁতৰ হাতত থকা লোহাৰ ডাণ্ডাৰ একেটা মাৰতে মোক শেষ কৰিব পাৰে। মৰাশটো ৰেললাইনত পেলাই দিলেই হ'ল। ৰাতিপুৱা গাড়ী আহাৰ লগে লগে—ছুটুকুৰা। মূৰ ৰেলৰ লাইনত থকা হেতুকে কোনেও আনকি চিনিকে নেপাব। ৰাতিপুৱা মানুহে দেখিব। স্কুললৈ যোৱাৰ পৰত তেৰো দেখিব। এবাৰ চাই নাক কোচাই ঘৃণাৰে গুচি যাব। কিন্তু সিহঁতে মোক মাৰিব কিয়? মোৰ হাতত ঘৰী, কলম একো নাছিল। জেপত এটা পইচাও নাই। হয়তো সেই কাৰণেই মোক সিহঁতে মাৰিব। ‘জেপত এটা পইচাও নৰখা চয়তান’ বুলি কৈ এটা মাৰ শোধালেই—সকলো শেষ হৈ যাব। এইদৰে চকুৰ পচাৰতে মনৰ ওপৰেৰে শ শ চিন্তাৰ চকৰী ঘূৰি গ'ল। এটা ভূতে হাত আগবঢ়াই মোৰ মূৰত বন্ধা কাপোৰখন খুলি দিলে।—‘কাফেৰ’—মূৰৰ কাপোৰ গুচোৱাটোৱে ক'লে।

“কলৈ যাব?” প্রথম ভূতটোৱে সুধিলে।

“মোৰ ইয়াৰ পৰা তুমাইল আঁতৰৰ ঠাই এখনৰ নাম মনত পৰিল। মই তাকে কলো।

“কিয় যাব লাগে? কাক লগ পাবলৈ?—যদি এনে প্রশ্ন কৰে মই মস্কিলত পৰিম। ধৈৰ্যেৰে মই গীতাৰ শ্লোক আওৰালো। তাৰে এটাই আগবাঢ়ি আহি মোৰে মুখখন ভালকৈ চালে।

"এৰিদে—লৰাৰ মাষ্টৰ।"

"সেই মৃতসঞ্জীৱনী মন্ত্ৰ উচ্চাৰণ কৰোতাজনৰ মুখলৈ মই চালো,—মই মোৰ ক্লাছৰ মুছলমান বিদ্যাৰ্থীসকলৰ প্ৰত্যেকৰ কথা মনত পেলালো।

"এই, পোনে পোনে গুচি যা"—প্ৰথম ভূতটোয়ে ক'লে। "এইখনো লৈ যা—মোৰ কাপোৰখন ভৰিৰে লথিয়াই ক'লে।

"মাটিৰ পৰা কাপোৰখন তুলি লৈ ৰেল লাইন হৈ গুচি আহিলো।"

"গোপন মিলনত ওলাইছে"—সিহঁতৰ এজনে পিচপিনৰ পৰা বিদ্ৰূপেৰে কৈ হাঁহিলে ; আৰু আটায়ে তাতে যোগ দিলে।

"মই উভতি নেচাই গুচি আহিছিলো।"

"এতিয়া আমি খোজ লও বলা",—মই ঘৰী চাই কলো।

কিন্তু গোপীয়ে দলউৰ পিনে চাই তাতে থিয় হৈ থাকিল।

"অলপ আগতে শাৰী পাতি যোৱা সেই মাইকী মানুহৰ দলটো দেখি মোৰ সাত-আঠ বছৰ আগতে ঘটা-ঘটনা মনত পৰিছিল। এতিয়া বুজিছা চাগৈ মোৰ ওপৰত কি ভূতে লম্ভিছিল ?"

"সেইবোৰ পাহৰি যোৱা, পলম হৈ গৈছে। আমি যাও।"

গোপীয়ে মোৰ লগত চাৰি-পাঁচ খোজ মান আগবাঢ়িল—আকৌ মূৰ ঘূৰাই সেইপিনলৈ চাবলৈ ধৰিলে। মই পেলাই দিয়া চিগাৰেটৰ টুকুৰাৰ পৰা ধোঁৱা উৰি আছিল।

অলপ দূৰ গৈ মই গোপীক সুধিলো, "সেই ৰাতি পিচে তুমি কি কৰিলা ? কলৈ গ'লা ?"

"কওঁ ৰবা", গোপীয়ে নিজৰ বগা পৰা চুলি কেইডালিত হাত ফুৰাই মূৰ তলকৈ খোজ কাঢ়ি কাঢ়ি ক'লে, "সেইটো এটা দীঘলীয়া কাহিনী।"

শুনিবলৈ সাজু হৈ মই চতুৰ্থটো চিগাৰেট জ্বলালো।

গোপীয়ে ক'লে, "মই আগলৈ খোজ লৈছিলো। উভতিবলৈকো ভয় আছিল ; কিজানি সিহঁতে আকৌ দেখা পায় ! এটা নতুন জীৱনহে যেন লাভ কৰি মোৰ ভাল লাগিছিল। মই তেওঁৰ কথা ভাবিছিলো। তেওঁক চোৱাৰ লোভ বাঢ়ি আহিছিল। এই নতুন জীৱন মই তেওঁক

সঁপি দিম,—মনতে স্থিৰ কৰিছিলো ! সেই দিনালৈকে মোৰ ইমান আত্মবিশ্বাস হোৱা নাছিল। কিন্তু তেতিয়া তেৱেঁই মোক আগবঢ়াই লৈ গৈ আছিল ঃ—মই তেওঁৰ ঘৰ পামগৈ—দুৱাৰত তকতকাই দিম —নহলে জোৰেৰে চিঞৰি দিম—ঘৰৰ মানুহে দুৱাৰ খুলি দেখিব— ডকাইতৰ হাতৰ পৰা সাৰি অহাৰ কথা নিশ্চয় ক'ম—ৰাতি শুবলৈ ঠাই বিচাৰিম—দুৱাৰমুখতে তেওঁক থিয় হৈ থকা পাম—চুলিকোছা মেলি থাকিব—! এনেদৰে তেওঁৰ কথাকে চিন্তা কৰি কৰি মই বাটৰ কষ্ট—খোজকঢ়াৰ কষ্ট পাহৰি আছিলো।

ৰেললাইন পাৰহৈ ঠিক বাটেৰে গৈ গৈ তেওঁৰ ঘৰৰ সমুখৰ পথাৰখন পাইছিলো।

"মই যেন সপোনহে দেখিছিলো। নীলা ৰঙেৰে সেই ঘৰখন উপচি পৰিছিল। ডাঙৰ ডাঙৰ চাকি কিছুমান তাত জ্বলিছিল। কিছুমান মানুহে কথা কৈ কৈ ইপিনে সিপিনে অহা-যোৱা কৰিছিল। বিয়াৰ যো-জা নেকি ? অলপ পৰ চাই থাকি, পিচত ধৈৰ্য্যেৰে সৈতে ভিতৰলৈ সোমাই গলো। মোলৈ কোনেও মন নকৰিলে। বিবাহ-মণ্ডপৰ চাৰিও-পিনে গোট খোৱা মানুহৰ ভীৰৰ মাজত থিয় দি মই সকলোপিনে লক্ষ্য কৰিলো। চাকিৰ সমুখত থিয় দি তেওঁ এজন প্ৰৌঢ়ৰ ডিঙিত মালা পিন্ধাইছে।—সেই উছৱৰ ধুমধামত ময়ো ভাগ ললো।

"মোলৈ কোনেও মন কৰা নাছিল। তাত মোৰ চিনাকি মানুহ কোনো নাছিল। খোৱা-বোৱা আৰম্ভ হ'ল। এজন ডেকা আহি মোৰ কান্ধত হাত থৈ ক'লে, "আহক, খাওকহি"—মই প্ৰথম দলৰ লগতে বহিলো। সেই মণ্ডপটোৰেই যেন এটা সৰ্বগ্ৰাসী ক্ষুধা উপজিছিল।

"পিচদিনা ৰাতিপুৱাই প্ৰথমে মই নিজৰ কোঠালৈ গলো—আৰু পাচৰ মাহতে মালয়লৈ গুচি গলোগৈ।"

গোপীৰ কাহিনী শেষ হ'লত, মই কেৱল 'হু' বুলি কৈ বৈ গ'লো। মোৰ মনত বহুতো কথাই খেলালে। অলপ সন্দেহ হবলৈ ধৰিলে। হয়তো গোপীৰ পুৰনি প্ৰেমিকাৰ কাষলৈকে মই এতিয়া তেওঁক লৈ যাব ধৰিছো ! আগতে তেওঁ শিক্ষয়িত্ৰী আছিল বুলি মই সঠিককৈ

নেজানো। কিন্তু গোপীয়ে তেওঁৰ চিঠিত ভাবী পত্নীৰ সৌন্দৰ্যৰ বৰ্ণনা সেই ছোৱালীজনৰ আলমতে কৰিছিল চাগৈ!—কিন্তু মই গোপীক আৰু একো নুসুধিলো।

আমি যেতিয়া ৰেললাইনৰ পৰা আলিবাটলৈ আহিলো, তেতিয়া বেলি ডুবিবলৈ ধৰিছিল। আনটো আলিবাটত সোমোৱাৰ লগে লগে গোপীয়ে চকখাই ৰৈ গ'ল। "তুমি মোক ক'লৈ লৈ আহিছা?"

মই হাঁহি উত্তৰ দিলো, "গোপী মোৰ লগে লগে আহি থাকা। বাকী কথা পাচত ক'ম।"

বাটটোৰ পৰা আমি পথাৰ পালো আৰু ঠাইখন নিৰীক্ষণ কৰিলো।

ঘৰৰ সমুখত অদ্ভুত দৃশ্য। মানুহবোৰে ইপিনে সিপিনে মনে মনে বহি আছে। ঘৰৰ দক্ষিণ ভাগত এটা মৰা শ উলিয়াই থোৱা আছে। বাওঁ কান্ধত এডাল ডাঙৰ বছী আৰু সোঁহাতত এখন কোৰ লৈ লেতেৰা কাপোৰ পিন্ধা এটা শকত-আৱত ক'লা মানুহে আমাৰ সমুখেৰে পথাৰ হৈ আলিবাটত উঠিছিল।

মই সেই বছীলোৱা মানুহজনক সুধিলো, "তেওঁ কোন আছিল?"

"ইয়াৰে কৈমলৰ ভনীয়েকৰ ছোৱালী। একো বেমাৰ-আজাৰ হোৱা নাছিল। কালি ৰাতি একেবাৰেই—"

মই গোপীৰ মুখলৈ চালো। তেওঁ শ্মশানৰ পিনে চাই নীৰবে থিয় হৈ আছিল।

---

# চকুলোৰ হাঁহি

—ললিতাম্বিকা অন্তর্জনম

চকুলোৰ ভাষা তুমি বুজানে—বেদনা লিপি? —তেনেহলে লিখি যোৱা। বহুতদিনৰ পৰা মনত দমাই থৈছো। আজি সেয়া বাহিৰলৈ ওলাই আহিবলৈ অস্থিৰ হৈ পৰিছে। বহুতো মানুহ সাজু হৈছিল, কিন্তু তাৰ উপযুক্ত স্থায়ী ভাব কাৰো নাই। তেনেধৰণৰ কাগজো নাই। অৱশেষত তোমাৰ ওচৰলৈ আহিছো। কোৱা, ছাঁৰ পোহৰ, সৌন্দৰ্যত মিচিকিয়া হাঁহি—দুয়োটাকে বুজি চিত্ৰিত কৰিবলৈ তুমি সক্ষম নে?

এতিয়া···চকুলো কি? তাৰ দিন উকলিল। এতিয়া ঘাম আৰু তেজৰহে মূল্য আছে। তোমালোকে এইদৰে কবা। ঠিক আছে; মই মোৰ সকলো তেজ তোমাক দিম। তাৰ পাচত এটোপাল চকুলো। সেইদিনা মিনিয়েও এইদৰে কৈছিল—

এটোপা চকুলো মোক দিয়া। তাৰ বিনিময়ত মই তোমাক এটা হাঁহি দিম। কেৱল এটোপা চকুলো···

নাছিল, ইমান ডাঙৰ ধনী মানুহ হোৱা সত্বেও কেৱল সেইখিনিৰে অভাৱ আছিল। তেওঁ বাট চাঁই আছিল। সেই মিচিকিয়া হাঁহি মৰহি নোযোৱাকৈ তেওঁ বাট চাইছিল। কষ্ট! তেওঁ যোৱাৰ পাচত তেওঁৰ হাঁহিৰূপী ফুলপাহ মৰহি যোৱাৰ পাচত মই সেই বস্তু লাভ কৰিছিলো। তেওঁ যোৱাৰ পাচত সৰগৰ পৰা মোক দিছিল। তাতেই উটি—ভাহি মই তেওঁৰ ওচৰলৈ গৈ আছো! যেতিয়া মই তেওঁক পামগৈ চকুলোৰ হাঁহিৰে মই তেওঁক স্বাগত জনাম। মিনি আচৰিত হৈ যাব।

এতিয়া মিনিৰ বিষয়ে অলপ কব লাগিব। তেওঁৰ বিষয়ে সুধিলে আহুকালত পৰো। পত্নী? প্ৰেমিকা? নে ভনী? এজন পুৰুষৰ কাৰণে নাৰী ইয়াৰ কিবা এটা নহয় কিবা এটাতো হবই লাগিব।

কিন্তু মিনি মোৰ কোনো নাছিল। নাইবা ধৰি লোৱা তেওঁ মোৰ সকলো আছিল কিন্তু এটা কথা। মোক ভালপাবলৈ তেৱেঁই শিকাইছিল। ভালপোৱা এটা বিকাৰৰ ৰূপত নহয়.—ভালপোৱা এটা অনুভূতিৰ ৰূপত।

মাজতে অপ্রাসঙ্গিক হলেও এটা প্রশ্ন! এই নাৰী জাতি সম্পৰ্কে তোমাৰ অভিমত কি? মা; ভনী; প্রেমিকা আদিৰ সেই শ্রেণীটো সম্পৰ্কে?

সৰুতে মোৰ কবি বন্ধুয়ে ভাবিছিল। "নীলা পদুমৰ দৰে দুটা চকু, গাল গোলাপৰ দৰে; কপাল চন্দ্ৰৰ দৰে আৰু কেশৰাজি কলা মেঘৰ দৰে—কিন্তু সকলো মিলি কেৱল এক তপ্ত স্পন্দন!" ঠিক নে সেয়া? মোৰ অনুভৱত মাৰ হৃদয় স্পন্দন একেবাৰে জীৱন্ত আছিল। এবাৰ। কেৱল এবাৰ। ভনীৰ নিশ্বাস উত্তপ্ত লাগিছিল। যেতিয়া তাই পহুৰেকৰ ঘৰলৈ গৈ আছিল। বাকী সকলো চেচাঁ বৰফৰ দৰে—ৰঙীন খেলনাৰ দৰে।

এটা মুহূৰ্তৰ আনন্দৰ কাৰণে ভাল। তাৰ পিচত দলিয়াই দিম! মিনিক দেখাৰ পাচতো বহুত দিনলৈকে সেইটোৱেই অভিমত আছিল।

এনে হোৱাৰ পিচতো ৰঙীন পতঙ্গৰ ঢৌত উদ্বেলিত কৰা ছোৱালী দেখি মুখ ঘূৰাই লোৱা কোনোবা আছে জানো? কিশোৰী, এৰা কিশোৰী হওঁৰ কথাই কৈছো। এঘাৰৰ পৰা পোন্ধৰ বছৰৰ মাজত—মাৰ যোৱা শৈশৱ আৰু উথলি উঠা যৌৱনৰ সুন্দৰ সামঞ্জস্য। মুকুতাৰ দৰে শুদ্ধ এই জীৱনলৈ আঙুলিয়াই থকা···এক মধুৰ প্রকাশ। স্ফটিক শিলা ভাঙিবলৈ এটা অজান আঙুলিয়েই যথেষ্ট। সেয়া ভাঙিবলৈ এৰা! তাৰ ভয়াবহতা আমি চাবিওপিনে নেদেখো জানো? কোনেও কাকো বিশ্বাস নকৰে। আমি নিজেও নিজক বিশ্বাস কৰিব নোৱাৰো। মিনিয়ে মোক এদিন কৈছিল "তুমি কাৰোবাক বিশ্বাস কৰা বুলি এবাৰ কোঁৱা। বিশ্বাস ৰাখি মৰম ···কৰা···"!

সেইদিনা মই একো কোৱা নাছিলো। সেইদিনালৈকে মই তেওঁক বিশ্বাস কৰা নাছিলো। হয়তো আজি,—এতিয়া এই অন্তিম মুহূৰ্তত

সকলো নাড়ি-নক্ষত্ৰই জোৰে জোৰে চিঞৰি উঠিছে—“মিনি মই এজনৰ ওপৰত বিশ্বাস ৰাখো। তেওঁক ভাল পাওঁ। এই পৃথিবীত ভালপোৱাৰ উপযুক্ত এজনেই আছে। তেওঁ চকুলোৰ হাঁহি আছিল। ছায়াৰ পোহৰ আছিল। তেওঁক ;—কেৱল তেওঁকেই মই ভাল পাইছিলো। যদি মই তেওঁক নেপাওঁ···তথাপি মই তেওঁক কষ্ট দিছো···মই বিদ্ৰোহী, সেই কথা নেজানিও ক্ষমা কৰি দিয়া···”।

নাৰী জাতিক মই কেতিয়াৰ পৰা ঘিণ কৰিবলৈ ললো সঠিক কৈ কব নোৱাৰো। মাব মৃত্যুৰ পাচত, ভনী জনী শহুৰেকৰ ঘৰলৈ যোৱাৰ পাচত মই অকলশৰীয়া হৈ গলো। পঢ়া এৰিব লগা হোৱাৰ নৈৰাশ্যই, আৰু আত্মীয় স্বজনৰ অভাৱে মোক অধ্যয়নৰ পিনে ঠেলি দিলে। অধ্যয়নৰ পৰাই মোৰ জীৱন আৰম্ভ হল। পুস্তকালয়ৰ পৰা পুস্তকালয়লৈ গলো—। গ্ৰন্থৰ পিচত গ্ৰন্থৰ পিনে ঢাল খালো। ধৰ্ম, শাস্ত্ৰ, কলা বেদান্ত আদি যিমানবোৰ মোৰ মগজুত টিকিব পাৰে তাতকৈ বেচি হৈ গ'ল। বহুতে কৈছিল “সি পঢ়ি পঢ়ি বলিয়া হৈ যাব”, কিন্তু মোৰ মূৰ নলৰিল বৰং মজবুত আৰু দৃঢ়হে হবলৈ ধৰিলে। মই কি দেখিলো ? দিনৰ তীক্ষ্ণ পোহৰত, চন্দ্ৰৰ শীতলতাত, আইনাৰ দৰে স্বচ্ছ শিলত—সকলো ঠাইতে ছায়া। ছায়ালৈ মোৰ ঘিণ লাগে। কিয়নো ছায়লৈ মোৰ ভয় লাগিছিল। সেই কাৰণে ছায়াত সৃষ্টি কৰা ৰূপক মোৰ ঘিণ লাগিছিল। ছায়া নোহোৱাকৈ জানো ৰূপ আছে ? মই কেতিয়াও পিচলৈ ঘূৰি চোৱা নাছিলো। সকলো চাকি নুমুৰাই নগ্ন অন্ধকাৰত বাগৰি মই চিন্তাত নিমগ্ন হৈছিলো। ছায়াৰ সৃষ্টি নকৰা কেৱল এটাই আছে। আন্ধাৰ,—ঘোৰ আন্ধাৰ।

বহুতদিন পাৰ হৈ গল। ছায়াৰ প্ৰতি ইমান মনোনিবেশ কৰা এজনকেই মই দেখিছো। তেওঁ মিনি। মই যিমান খিনি ঘৃণাৰে ছায়াক বাধা দিছিলো, তেওঁ সিমান খিনি মৰমেৰে ছাঁয়াৰ সৈতে খেলিছিল। সেই বিৰোধৰ ভাৱ কিমান অদ্ভুত আছিল ! এই ধৰণৰ দুজন ব্যক্তিৰ পাৰস্পৰিক ভালপোৱা। তুমি মোক ভুল নুবুজিবা ;—ছায়া আৰু প্ৰকাশৰ সম্মিলন স্বাভাবিকেই আছিল।

মোৰ বন্ধু ··· মোৰ বহুত বন্ধু নাছিল। কিন্তু তেওঁক মই বন্ধু বুলি

ভাবিছিলো। ঘৰৰ কিতাপৰ ডাঙৰ আলমাৰীটোয়েই মোৰ বন্ধু আছিল। যিখন ঘৰতে কিতাপেৰে ভৰা আলমাৰী আছে সেইখন ঘৰেই মোৰ বন্ধু। কিন্তু সেয়া হাঁহি ধেমালি কৰিবলৈ বা কফি খাবলৈ নহয়। সেই ঘৰবোৰৰ সকলো মানুহ মোৰ পৰিচিতও নাছিল। একপ্ৰকাৰে মিনিয়েই মোক বন্ধু কৰি লৈছিল।

এটা আকস্মিক ভুলৰ বাবেই এনে হৈছিল।

সেই ঘৰলৈ মই প্ৰথমবাৰ গৈছিলো। এখন সভাত গম্ভীৰ বাদ বিবাদৰ পাচত ঘৰলৈ উভটি অহাৰ সময়ত মোৰ বন্ধুয়ে কলে—"সৌ সেউজীয়া বঙৰ গেট থকা ঘৰটো আমাৰ—। আহা কফি খোৱাহি।" মই সেই আতিথ্য নীৰৱে গ্ৰহণ কৰিব লগা হ'ল। মোক পঢ়া কোঠাত বহুৱাই বন্ধু ভিতৰলৈ গল। মই মেজত থকা এখন শকত কিতাপ চাবলৈ ধৰিলো। মনোবিজ্ঞানৰ এখন গ্ৰন্থ! পৃথিৱীত খ্যাতি লাভ কৰা এজন মহান ব্যক্তিৰ বহু বছৰ জোৰা প্ৰযত্নৰ ফল। মই কিবা ভাবিবলৈ ধৰিলো - পাচত অলপ মূৰটো ঘূৰাওতেই হঠাৎ পিচৰ পৰা এটা মাত শুনা গল—"নহয় দাদা,—নহয়—আঃ। সেইটো নলবাবা। চোৱা, মোৰ গোটেই ছৱিখনেই বেয়া কৰি পেলালা!"

মই চকঁ খালো। অলপ ভয়ো লাগিল। কোঠালৈ কাকো অহা দেখা নাছিলো। একো শব্দও শুনা নাই। তথাপি ··· তেতিয়া মেজখনৰ ছাঁত থিয় দি থকা এজনী সৰু ছোৱালীৰ ওপৰত চকু পৰিল। দেখিলো তেওঁৰ হাতত এডাল নীলা পেন্সিল। তাৰ আগটো তুৱাবত আৰি থোৱা আধা অঁকা ছবিখনৰ ফালে। মূৰটো অলপ বেকা, বাওঁহাতখন দাঁতৰ আলুৰ ওপৰত থোৱা এটা বিকৃত মানুহৰ ৰেখাঙ্কিন, ··· তাৰ মূৰটোৰ বাহিৰে শৰীৰৰ বাকী অংশ মোৰ শৰীৰৰ ছাঁৰ লগত মিলি থিয় হৈ আছে।

মই জোৰেৰে হাঁহি দিলো। হাঁহি—হাঁহি উশাহ বন্ধ হবলগীয়া হল।

মোৰ হাঁহি শুনি তেওঁ লাজ পাই পলাবলৈ বিচাৰিছিল। মই ধৰি সান্ত্বনা দিলো।

"আহা, আহা। মই আগৰ দৰে মূৰ তলকৈ বহি গৈছো। চোৱা,

··· এইদৰে টানি দিয়া ··· আহ্ ! কিমান ধুনীয়া ছবিখন ! মই নষ্ট কৰি দিলো ।”

তেওঁ একো উত্তৰ দিয়া নাছিল । দুই হাতেৰে মুখ খন লুকুৱাই মূৰ তলকৈ তেওঁ লাজত থিয় হৈ আছিল ।

“কি হ’ল অকনমানি,—এইদৰে তুমি কোঠাত বাহ থকা সকলৰ ছবি আঁকা নেকি ?” মই তেওঁক সুধিলো ।

“মই ··· মই ··· পিচে ··· অকল দাদাহে ইয়াত বহে । দাদাৰ ছবি আঁকি কিমান ভাল লাগে ।··· কেতিয়াবা, কেতিয়াবা ঘোঁৰাৰ দৰে ··· কেতিয়াবা ··· কেতিয়াবা ।

মই খিলখিলাই হাঁহি দিলো,—‘দাদাৰ ছাঁ ঘোৰাৰ দৰে। তেনেহলে মোৰ ছাঁ গাধৰ দৰে নহয় নে ?···তোমাৰ ছাঁয়ালৈ ভয় নেলাগে নে ?” “ভয় কিহৰ ?”··· তেওঁ মূৰটো তুলিলে—“ছায়াক ভয় কৰিব লাগে নে ? ছায়াতো সকলোৰে আছে । তাৰ লগত খেলিবলৈ কিমান ভাল লাগে ।”

তেওঁ মূৰ তুপিয়ালে । চকুৰ পৰা লাজ দূৰ হৈ গ’ল । মনে ভাল পোৱা কথা শুনি মুকলি মনে কথা কবলৈ ধৰিলে ।

“ছায়াৰে কেনেকৈ খেলিব পাৰি মই দেখুৱাম । সৌ দুৱাৰখনৰ ফালে চোৱা । মোৰ মুখলৈ নেচাবা । দুৱাৰৰ ফালে ··· চোৱা না ··· এটা ঘোৰাই খেদি আহিছে ।··· সি গৈছে ··· আকৌ ঘোঁৰাৰ এটা চিপাহী আহি বহিছে ।

আঙুলিবোৰ তেওঁ এক বিশেষ ধৰণে লৰাই আছিল । তাৰ ছাঁয়া বোৰ দেখি এনে লাগছিল যেন সঁচাকৈয়ে ঘোঁৰাই খেদি আছে ।

আঠুৰ জোৰা লগ লগাই, মূৰ তলকৈ, চুলিৰ আগ ওলোমাই তেওঁ এটা হাতী দেখুৱালে । আকৌ বান্দৰ নচুৱালে, চাৰি পাঁচ মিনিট দেখুৱাৰ পাচত থিয় হৈ অতৃপ্ত হাঁহিৰে কলে—“এইবোৰ বৰ সহজ কাম । আৰু দেখুৱাব লাগিলে দাদাৰ দৰকাৰ হব । দাদাৰ ছাঁৰ সৈতে মই কাজিয়া কৰিম—, চাৰ্কাচ দেখুৱাম— । তোমাৰ ভণীয়েৰাই এইবোৰ নেজানে নেকি ?”

“মোৰ ভণীয়েই নাই ।” মই দুখেৰে কলো । থাকিলেও মই

শিকাব নোৱাৰিলো হেতেঁন। তুমি মোৰ ভণী হবা নে ?” তেওঁ কলে “ঘৰৰ আটায়ে তেওঁক ভণ্টী বুলি মাতে। কিন্তু তেওঁৰ নাম মিনি। তেওঁৰ নাম কাঢ়ি মতাটোহে বেচি পচন্দ।” ময়ো তেওঁক মিনি বুলি মাতিম নে ?

“মিষ্টাৰ। তুমি ইমান সোনকালে ভণ্টিৰ লগত চিনাকি হলা নে ?” বন্ধুৰ মাত শুনা গল, “তাইৰ একোলৈকে ভয় নাই। তাই তোমাকো ছায়া-বিশ্বাস কৰিছে ছাগৈ।”

মই কলো—‘নহয়, মিনিয়ে মোক কৈছে যে ছায়ালৈ ভয় কৰিব নেলাগে। তেওঁ মোক বুজাইছে যে মোৰো ছায়া আছে। সেই ছায়াই আনৰ ছায়াৰ লগত খুন্দাও খায়। মিনি, তোমাৰ দাদাৰ দৰে মই ঘোঁৰা বা গাধৰ ছায়া হব নোৱাৰো। তোমাৰ দৰে বান্দৰী হোৱাও মস্কিল।”

মিনিয়ে খৰকৈ চকুৰ নিমিষ কাঢ়িলে। তাৰ পিচত কান্দোন মিহলি হাঁহিৰে কলে—“মই বান্দৰ ছোৱালী নহওঁ—” কৈ তেওঁ একেবাৰে গুছি গলগৈ।

তেওঁ যোৱাৰ পাচতো চকুলোৰ মুকুতা চমকোৱা তেওঁৰ হাঁহিয়ে বনবীয়া জুবিৰ শৰদেৰে কোঠাটোত গুঞ্জন তুলিবলৈ ধৰিলে। বন্ধুয়ে হাঁহিলে—“বৰ দুষ্ট। নোহোৱা কথাতে কান্দে, হাহেঁ আৰু খং কৰে ··· একমাত্ৰ ভণী। আমি সকলোৰে তাইক বৰ মৰম কৰো। তাই নথকা হলে ঘৰত নেথাকিলোৱেই হেতেঁন। লৰা ছোৱালী নেথাকিলে ঘৰ ঘৰেই নহয়,—নহয় জানো ?”

মই একো নকলো। তাৰ পাচত আমি কিতাপৰ বিষয়ে আলোচনা কৰিলো। ৰাজনীতিৰ কথাও ওলাল। তাৰ পাচত ৰংমনে ঘৰলৈ আহিলো। জীৱনত প্ৰথমবাৰলৈ ভালপোৱাৰ এটি জ্যোতিয়ে মোক স্পৰ্শ কৰিলে।

মিনিৰ ঘৰ মোৰ ঘৰ হৈ পৰিল। তেওঁৰ মাক দেউতাকেও মোক আপোন বুলি ভাবিছিল। পৰিয়ালৰ এনে মৰম মই পোৱা নাছিলো। মনোবিজ্ঞানৰ ভেটিত মোৰ যি ধাৰণা আছিল তাৰ মূল্য এতিয়া কমিবলৈ ধৰিলে। মিনি মোৰ নিৰীক্ষণৰ সমল হৈ পৰিল। তেওঁৰ

বিভিন্ন ৰূপ মই দেখিলো। এটা এটা পৰিবৰ্তন ··· সেই ছোৱালী জনী ··· ফ্ৰকৰ সলনি স্কাৰ্ট ব্লাউজ পিন্ধিবলৈ ললে। তেওঁৰ ছাঁয়া দীঘল হবলৈ ধৰিলে। ভাব ভঙ্গীবো সলনি হবলৈ ধৰিলে। প্ৰাইমেৰীৰ পৰা হাইস্কুললৈ আগবাঢ়িল। তথাপি আমাৰ মাজত কোনো প্ৰতিবন্ধক নোলাল। মিনিয়ে মোক 'ককাইদেউ' বুলি মাতিছিল। সকলো প্ৰশ্ন তেওঁ মোক সুধিছিল। স্কুলৰ শিক্ষয়ত্ৰীয়ে ছুবুজোৱাকৈ এটা অঙ্ক কৰাত ভুল হলে—তাৰ কাৰণে মৰাটো ঠিক কথা জানো? মৰিকুটী আৰু জালৰ কাজিয়াত কাৰ পক্ষ লোৱা ভাল? আৰু এনেধৰণৰ বহুতো কথা—। কিন্তু কিতাপৰ বাহিৰা প্ৰশ্নৰ উত্তৰ মই দিব নোৱাৰিছিলো। তথাপি মিনিয়ে ভাবিছিল যে বহুত ডাঙৰ ডাঙৰ কিতাপ পঢ়াৰ কাৰনে মই সকলো কথা জানো।

মিনি আৰু মোৰ মাজত বহুত তৰ্ক-বিতৰ্ক হয়। মই কওঁ ছোৱালী একেবাৰে মুৰ্খ আৰু পৰনিৰ্ভৰশীলা হয়। সিহঁতৰ পুৰুষৰ শতকৰা সাত ভাগো বুদ্ধি নাই। সিহঁতৰ ফোপোলা মগজুত জোনৰ পোহৰৰ বাহিৰে আৰু কি আছে?

মিনিয়ে উত্তেজিত হৈ কয়—জোনাকত কি কম পালা? ককাইদেউ, তুমি পোহৰৰ ছায়া দেখিছা? জোনাকৰ ··· ?" তেওঁ সোধে।

"পুৰুষৰ মগজুত পোহৰৰ সলনি ঘন আন্ধাৰ থাকে নেকি! নে চোকা বদ? এই ধৰণৰ বাদ-বিবাদ চলি থাকে। এদিন তেওঁ মোক সুধিছিল—"তোমাৰ বিচাৰত নাৰী কি?"

"জোনাকৰ ছায়া," মই শান্ত ভাৱে কৈছিলো।

তেওঁ নম্ৰভাৱে মোক শুধৰাই দি কৈছিল "নহয় ককাইদেউ, চকুলোৰ হাঁহি, এয়াই উপযুক্ত শব্দ।"

এই ছোৱালীবোৰ কিমান বেগাই ডাঙৰ হয়! এজন পুৰুষ ছবছৰত যিমান আগবাঢ়ে—ছমাহতে এজনী ছোৱালীয়ে সেইখিনি আয়ত্ব কৰি লয়। মই এখন সংবাদপত্ৰৰ কামত ছবছৰ বিদেশত কটালো। উভতি যেতিয়া আহিলো আলনাত স্কাৰ্টৰ সলনি শাড়ী ওলমি আছিল। ঘৰত মৌন ছায়াই বিৰাজ কৰি আছিল। মিনিৰ কাৰণে মিঠাই কিনি অনা দেখি বন্ধুয়ে হাঁহিলে—"মোৰ সম্পাদক

মহাশয়, তুমি ইমান অকবাঁতো নহয়? মিনি এতিয়া কেচুৱা নহয়। যদি তোমাৰ মগজ ঠিকে থাকিল হেঁতেন তুমি তাইৰ কাৰণে ভাল দৰা এটাহে আনিলা হেতেঁন। কিন্তু ইয়াতো তুমি পাচ পৰিলা। অহা মাহৰ পোন্ধৰ তাৰিখে তাইৰ বিয়া। বন্ধু, তুমি তাৰ পৰা চিঠি এখনো নিদিলা?"

মই দাঁতেৰে আঙুলি কামুৰি ধৰিলো। মিঠাইৰ টোপোলাটো মোৰ হাতৰ পৰা সৰি পৰিল। আজিৰ পৰা মিনি ছোৱালী নহয় তেন্তে? তেওঁ কাৰোবাৰ পত্নী হৈ যাব লাগিব। কিন্তু মই এজনী সৰু ভনী ক'ত পাম?··· মিনিক দেখা নকৰাকৈয়ে ঘৰলৈ উভতি আহিলো। মই তেওঁক চাব খোজা নাছিলো নেকি?··· সেই ঘৰৰ ইমান আপোন মানুহ মই, মিনি আৰু তেওঁৰ মাকক দেখা কৰিব পাৰিলো হেঁতেন ·· হয়তো। তেতিয়া আমাৰ মাজত এখন ডাঠ বেহমী শাৰী থাকিলহেঁতেন।··· কলা পাৰ্বাৰ বেছমৰ শাৰী! মোৰ মিনি যদি কেতিয়াও ডাঙৰ নহল হেতেঁন ··· কেতিয়াওঁ।

নিমন্ত্ৰণ পায়ো মই মিনিৰ বিয়ালৈ নগলো। তেওঁৰ গিৰিয়েক পুলিছ ইন্সপেক্টৰ আছিল। শকত আৰু ধনী। মিনি শহুৰেকৰ ঘৰলৈ গুচি গল। মই তেওঁক বিয়া কৰাব খুজিছিলো?—নাই। সেই বয়সত তেওঁক দেখাই নাই ··· তথাপি!

শুকান আৰু নীৰস কিতাপ পঢ়ি দিন নিয়াইছিলো। ছ'মাহ; এবছৰ আৰু বা কিমান? এইদৰে বহুতদিন পাৰ হৈ গল।···মিনিক কেতিয়াও দেখা নাছিলো।

এখন ৰাজনৈতিক সভাত গুলী চলোৱা হৈছিল। তাত মোৰ বন্ধুৰ মৃত্যু হল। নিজৰ ভনীজোৱায়েকৰ গুলীতে মৰিল। সেই শটো ঘৰলৈ অনাৰ ভাৰ মোৰ অ ছিল। আসন্ন-প্ৰসৱা মিনি ঘৰতে আছিলহি। বৃদ্ধ পিতৃ-মাতৃ···সেই করুণ দৃশ্যৰ বৰ্ণনা মই কৰিব নোৱাৰো।

বিজুলীৰ 'শ্বক্' লগা মাক দেউতাকৰ সমুখত—প্ৰাণতকৈও প্ৰিয় ককায়েকৰ মৃত দেহাৰ সমুখত—মৃত্যুৰ সেই বাতাবৰণত যুৱতী মিনিক মই দেখছিলো। তেওঁ কন্দা নাছিল। অজ্ঞানো হোৱা নাছিল। মূৰ্তিৰ দৰে স্তম্ভিত হৈ আছিল। ককায়কৰ বুকুৰে বাগৰি

অহা তেজলৈ একেথৰে চাই আছিল। তেওঁৰ স্বামীৰ হাতেৰে সেই নিশংস কাম সংঘটিত হৈছে। নিজৰ পেটত লৰচৰ কৈ থকা পুত্ৰৰ পিতৃৰ হাতেৰে···

"মিনি···"।

"ককাইদেউ" তেওঁ চমকি উঠিল। "ককাইদেউ, মোৰ ককাইদেউ তেনেহলে এই মানুহ বোৰে যি কৈছে সকলো মিছা। মোৰ মৰমৰ দাদা মৰা নাই। মোৰ স্বামীয়ে দাদাক মৰা নাই। মোৰ ককাইদেউ আছে—চিৰদিনৰ বাবে মোৰ ককাইদেউ। নহয়নে ককাইদেউ? ···নহয় নে?"

"হু" মই জোৰেৰে কৈছিলো। কেৱল তেওঁক শান্ত কৰিবলৈকে নহয়। এৰা···মোকো এজনী ভনী লাগে। মৰহি পৰা জীৱনক জগাবলৈ। চিন্তা-ভাবনা ভগাই লবলৈ। মিনিৰ বাহিৰে আন কোনো ইয়াৰ উপযুক্ত নহয়।

বন্ধুৰ সুন্দৰ আৰু সুঠাম দেহা পালেঙত মৃতাৱস্থাত পৰি আছিল। মই তেওঁৰ ফালে চালো, তাৰ পাচত মিনিৰ কাতৰ চকুহাললৈ। মিনিৰ সেই দৃষ্টি জানো ককায়েকে সহিব পাৰিলে হেতেঁন?···মই ভনীজনীৰ কাষলৈ গৈ থিয় দিলো। তাইৰ জপৰা চুলি কোছা ঠিককৈ দিলো। "নেকান্দিবা, মিনি। মোৰ মৰমৰ মিনি ভনীটি নেকান্দিবা, তোমাৰ ককায়েৰা আছে। দুজন ককায়েৰা মিলি এজন হৈ গল। এই কথা কাকায়েৰাই কৈছে নেকান্দিবা···।"

মিনিৰ কণ্ঠ অৱৰুদ্ধ হৈ গল। মোৰ বুকুত ভেজা দি তেওঁ থিয় দি আছিল; যিদৰে মুষলধাৰে বৰষা বৰষুণৰ পৰা ৰক্ষা পাবলৈ এধানমান চৰাই পোৱালীয়ে মাকৰ পাখিত ডুব গৈ থাকে।

চকুলোৰে তিতি থকা; গলি যোৱা কাগজৰ দৰে গালত মই সম্পূৰ্ণ মুকলি ভাবে এবাৰ চুমা খালো। দুখেৰে দুখৰ চুমা। জীৱন আৰু মৃত্যু দুয়োটাৰে সান্ত্বনা। সেই চুমাৰ বিষয়ে তুমিও কব পাৰা। দুশ্চৰিত্ৰ···মৰ্যাদাহীন···যি মন যায় তোমাৰ—তাকে কোৱা। কিন্তু মই গৰ্বহে কৰো।···ককায়েকক মৰা সেই ইন্সপেক্টৰেও সেই দৃশ্য দেখিছিল।

মিনি ! মোৰ মৰমৰ সৰু ভনীটি। তোমাৰ জীৱনত ইমান ডাঙৰ পৰিবৰ্ত্তন হব, এই কথা মই সেই দিনা জনা হলে…জনা হলে…জনা হলে…

কাহিনী শেষ হল। এতিয়া মিনিৰ বিষয়ে মই একো কব নাখোজো। তোমাৰ চিয়াহী শেষ হোৱালৈকে,—ভাবনাৰ অন্ত পৰালৈকে তুমি লিখি যোৱা। মই তেওঁৰ প্ৰেমিক নেকি ? মানুহৰ মতে তেওঁ এজনী বেশ্যা ! যি মন যায় লিখি পেলোৱা। মোৰ কোনো আপত্তি নাই। তেৱোঁ আপত্তি প্ৰকাশ নকৰে। সেই হত্যাকাৰী ইন্সপেক্টৰে সন্দেহ কৰিছে, মাৰিছে, বন্ধ কৰি থৈছে। কিন্তু তেও কোনো আপত্তি কৰা নাছিল। তেওঁ স্বীকাৰো কৰা নাছিল। পাচত তেওঁ পৰম পৱিত্ৰ পত্নীৰ দৰে একেবাৰে নীৰৱে থাকি এই পৃথিবীৰ পৰা আঁতৰি গ'ল।

পুৰণা ছায়া-চিত্ৰেৰে ভৰা কোঠাত, আগতে ককায়েক যিখন বিছনাত শুইছিল তাতে মই মিনিক দেখিছিলো। পুৰণি হাঁহি তেওঁৰ ওঁঠত উজ্বলি আছিল। হেজাৰ হেজাৰ অশ্ৰু বিন্দুৰে গঁথা মিচিকিয়া হাঁহি…মোক দেখিয়েই তেওঁ সুধিলে "ককাইদেউ। এই নাৰী কি ?"

মাতটো কঁপি উঠিল, মই তেওঁৰে সৈতে একমত হলো—।

"নাৰী-চকুলোৰ হাঁহি ভনীটি !…"

"অকল নাৰীয়েই নহয়, হয়তো পুৰুষো।"



# নিখোঁজ

—কাবূৰ নীলকণ্ঠ পিল্লে

বেলগাড়ীৰে ভ্ৰমণ কৰা সময়ত খিড়কীৰ দাঁতিত বহি বৰ ভাল লাগে। বিশেষকৈ কেল্লিমৰ পৰা চেঁকোটালৈকে। পথাৰত কাম কৰি থকা মানুহ, পাহাৰ দেখি আনন্দৰ ভাব উদয় হয়। ৰেল লাইনৰ দাঁতিৰ ঘৰ, পথাৰত চৰি ফুৰা গৰু, বেলগাড়ীৰ শব্দ শুনি হঁহা লৰা—এনে ধৰণৰ বহুত দৃশ্য গাড়ীৰ গতিৰ লগে লগে, বেগাই চকুৰ সমুখলৈ আহে আৰু সেই একে বেগেৰে আঁতৰিও যায়গৈ। এই দৃশ্যবোৰে আমাক আনন্দ নিদিয়ে জানো? সেউজীয়া বঙেৰে ভৰা পথাৰৰ মাজত সৰু সৰু খাল ডোং, কেতিয়াবা কেতিয়াবা ৰেলৰ লাইনত হাতুৰীৰে কোবাই থকা মানুহ, কেতিয়াবা দূৰলৈ, কেতিয়াবা ইটো পাৰলৈ যোৱা ৰেলৰে মজদূৰে ৰেলক 'চেলুট' দিয়া দৃশ্যই মোক বৰ আনন্দিত কৰে। ঘন জঙ্ঘল, আকাশৰ লগত কথা পতা পাহাৰ, হাতীৰ দৰে ডাঙৰ একোটা শিল—এই সকলোবোৰ নিশ্চল হৈ থকা দৃশ্যই কাক বাৰু সন্তোষ নিদিব? মৰিশালী এৰি থৈ যেতিয়া গাড়ীয়ে আন্ধাৰ সুৰঙ্গত গোজৰনি তোলে তেতিয়া যাত্ৰীসকলৰ মন ভয়শঙ্কাই আৱৰি ধৰে। সুৰঙ্গ শেষ হোৱাৰ পিচত পোহৰ পাই যাত্ৰী সকল এনেদৰে আনন্দিত হৈ উঠে যেন পুনৰ্জন্মহে পালে। তেওঁলোকৰ আনন্দ জুখিব নোৱাৰি।

যদি খিড়িকীৰ কাষত বহিবলৈ ঠাই পোৱা যায় তেন্তে এই সৌন্দৰ্য্য ভালদৰে উপভোগ কৰিব পাৰি। মই বেঞ্চৰ মাজত বহিছিলো। গাড়ীত বৰ ভীৰ হৈছিল। সোঁৱে বাওঁয়ে, ওপৰে-তলে, আগে-পাচে—সকলোতে কেৱল মানুহেই মানুহ। সকলো যাত্ৰীয়ে জোৰে জোৰে কথা কৈছিল। মোৰ একেবাৰে ওপৰত অচিনাকি মানুহ বহিছিল—কিন্তু কোনে কাক গণ্য কৰে! সেই যাত্ৰীসকলৰ মাজত ঘৰৰ কথাও ওলাইছে। মই অকলশৰীয়া—ময়ো কাৰো

লগত কথা পতা নাই আৰু আনেও মোৰ চিন্তাত বিধিপথালি দিয়া নাই।

যদি খিড়িকীৰ দাঁতিত ঠাই পোৱা নেযায় তেন্তে লগত এখন কিতাপ থকাটো নিতান্ত আৱশ্যক—কিন্তু মোৰ লগত এখনো কিতাপ নাছিল। পাচৰ ষ্টেচনত যেতিয়া গাড়ী বলহি মই এখন বাতৰি কাকত কিনি ললো। সাধাৰণতে মানুহে দহ-পাঁচ মিনিটতে কাগজ পঢ়ি শেষ কৰে কিন্তু মই বৰ মনোযোগেৰে কাগজখন পঢ়িবলৈ ললো। সদায় পঢ়াৰ দৰে আজিও মই নিৰুদ্দেশৰ 'কলম' পঢ়িলো। তাৰ পাচত "ৰাজধানীৰ পৰা কালিকাৰলৈকে কথা" "দুবৃত্তৰ পৰা অসুবিধা", "দলং বিপদাপন্ন" আদি সকলো পঢ়ি ললো। "নিৰুদ্দেশ" শীৰ্ষক বাতৰি তিনিবাৰ পঢ়িলো। সেই খবৰ মোৰ বৰ ভাল লাগিল। এই খবৰত এগৰাকী পত্নী নিখোঁজ হোৱাৰ কথা আছিল। যেয়ে তেওঁৰ খবৰ দিব তেওঁ পুৰস্কাৰ পাব। এনেদৰে কথা দিয়া হৈছে যে—"যেয়ে তেওঁক বিচাৰি পাব তেওঁক টিকেট কাটি আন্দামানলৈ পাঠয়াই দিব। এনে ব্যাক্তিক টিকেটৰ টকা আৰু পুৰস্কাৰৰ এশ টকা দিয়া হব।" এনেধৰণৰ মুৰ্খ পতিৰ হাতৰ পৰা অব্যাহতি পোৱা মানুহ গৰাকীলৈ মোৰ শ্ৰদ্ধা উপজিল। নিখোঁজ হোৱা পত্নী—আৰু অপেক্ষাৰত স্বামী—দুয়ো মোক উত্তেজিত কৰি তুলিলে।

যেতিয়া গাড়ী আগৰ ষ্টেচনত বৈছিল আৰু অহা যোৱা যাত্ৰীৰ কথা বতৰা জোৰত চলিবলৈ ধৰিছিল তেতিয়া মই কল্পনাৰ দৃষ্টিতে সেই স্বামী স্ত্ৰী হালৰ বিফল বৈবাহিক জীৱন চাই আছিলো। এই সময়তে সকলোৱে কথা বতৰা বন্ধ কৰিলে আৰু আটাইৰে চকু দুৱাৰৰ সমুখত হোৱা কাজিয়ালৈ গল। গাড়ীত উঠিব খোজা দুজন মানুহক এগৰাকী তিৰোতাই বাধা দি আছিল। বহিবলৈ ঠাই নোপোৱাত তেওঁ দুৱাৰ মুখতে থিয় দি আছিল। বহুপৰলৈকে তেওঁলোকৰ মাজত বাক্‌বিতণ্ডা চলিল। শেষত তিৰোতা গৰাকীয়ে কলে "যোৱাবাৰ তোমালোকৰ দৰে মানুহ এটাই মোৰ তিনিশ টকা কাঢ়ি লৈ গৈছিল।"

মনে মনে পলাই যোৱা লক্ষ্মীকুট্টীৰ গিৰিয়েকতকৈও বেচি অহঙ্কাৰ কৰা সেই মানুহ দুজন আন এটা ডবালৈ গুচি গল। গাড়ীও এৰিলে। মোৰ পাচত বহা মানুহজনে কলে—“কোন হে সেই-গৰাকী! সেই মানুহ দুজনক কোৱা কথা শুনিলা নে?”

“এনেধৰণৰ মানুহৰ আগত হাৰ মানিবই লাগিব” আনজনে কলে।

“তুমি হোৱা হলে কি কৰিলাহেতেন?”

“টকা লাগে যদি মই দিম; মোৰ লগত মোৰ ঘৰত থাকিবা,” চশমা পিন্ধা জনে কলে। তেওঁৰ কথা মানুহগৰাকীয়ে নুশুনিলে কাৰণ তেওঁ দূৰৈত থিয় দি আছিল। তাৰ পাচত চশমা পিন্ধা জন আৰু তেওঁৰ লগৰীয়াৰ মাজত অ'ৰ-ত'ৰ বহুতো খবৰৰে কথা বতৰা চলিল। তেওঁবিলাক মোৰ সমুখতে বহিছিল। মন নিদিয়া সত্বেও তেওঁবিলাকৰ কথোপকথন মোৰ কাণত পৰিছিল। মোৰ এনে লাগিছিল যে চশমা পিন্ধা জনেই নিখোঁজ হোৱা পত্নী গৰাকীৰ স্বামী। ঘৈণীয়েক পলাই নোযোৱালৈকে মানুহটো অকঁৰা আছিল। এনেধৰণৰ আত্মপ্ৰশংসা মই এতিয়ালৈকে শুনা নাই। খবৰ কাগজত জাননী দি তেওঁ পত্নীক বিচাৰি ওলাইছে। এনে ধুৰন্ধৰ মানুহৰ লগত থকা ঘৈনীয়েক গৰাকীলৈ মোৰ সহানুভূতি হল। গাড়ীৰ দুয়োফালেৰে পাচলৈ আঁতৰি যোৱা প্ৰাকৃতিক সম্পদৰাজি দেখা নোপোৱাৰ বাবে মোৰ কোনো দুখ নাই। পঢ়িবলৈ হাতত কিতাপ নথকা বাবেও মোৰ আমনি লগা নাছিল। নিখোঁজ হৈ যোৱা পত্নী আৰু তেওঁৰ মুৰ্খ স্বামীৰ কাহিনীতকৈ আৰু কি সুন্দৰ কাহিনী হব পাৰে?

সেই চশমা পিন্ধা জন স্বাস্থ্যৱান ডেকা। তেওঁ তেওঁৰ ঘৈনীয়েকক কোনোবাই দেখিছেনেকি সেই কথা সোধা নাছিল। তেওঁৰ মুখত দুখৰ চিনো নাছিল। মানুহক ঠগাবলৈ তেওঁ বাতৰিকাকতত সেই জাননী ছপাইছে। সেই জাননী হাতীয়ে নিজৰ মাইকী হাতীক মতাৰ দৰেহে, তাত কোনো সন্দেহ নাই। মাৰ-কিল সহি সহি বেচেৰী মানুহজনীয়ে অষ্টমুৰী হ্ৰদত নিজৰ প্ৰাণ দিছেগৈ ছাগৈ। সেইকথা এওঁ জানে। পুলিচৰ হাত সাৰিবলৈকে তেওঁ এই জাননী

কাগজত দিছে। সুধি চালে তেওঁৰ নাম-ধাম ওলাই পৰিব।

গাড়ী পাহাৰৰ পৰা নামি নামনিৰে গৈ আছিল। এই সময়তে বহুত মানুহ নামিল আৰু বহুত উঠিল। যেয়ে এতিয়ালৈকে থিয় হৈ আছিল তেওঁলোকে বহিবলৈ ঠাই পালে। আৰু যি সকল বহি আছিল, এতিয়া ভাল ঠাই পালে। চশমা পিন্ধা জনে কথা কৈ কৈ ভাগৰি পৰি ওপৰৰ বেঞ্চত শুলেগৈ। দুৱাৰৰ কাষত থিয় দি থকা মানুহগৰাকী মোৰ সমুখেতে বহিলাহি। মই বুজিলো যে তেওঁ অকলেই আহিছে। তেওঁৰ শক্তি কিছু আগতেই মই দেখিছো। তেওঁ একোতে কম নহয়। অলপমান গাত গা লাগোতেই তেওঁ মানুহ দুজনক আন ডবালৈ যাবলৈ কৈ দিছিল, এতিয়া তেৱেঁই মতামানুহৰ মাজত বহিলাহি। তেওঁৰ দুয়োফালে বহাসকল একেবাৰে অচিনাকি। তেওঁবিলাক চেঁকোটা ষ্টেচনৰ পাচত উঠিছে। এই গাভৰু গৰাকীয়ে কোট্টাৰকৰা ষ্টেচনত গাড়ী ধৰিছে।

চশমা পিন্ধা জন নীৰৱ হৈ পৰাৰ পাচত মই মানুহ গৰাকলৈ মন দিলো।. "নিৰুদ্দেশৰ" জাননী কাগজত মই এবাৰ আকৌ পঢ়িলো। বয়স ঠিকেই, ঘৈনীয়েকজনী ধুনীয়া বুলি তেওঁ লিখিছে। সেই লক্ষণ ঠিকেই আছে। বৰণো তেনেকুৱাই। মোৰ এনে লাগিল যি টকা পুৰস্কাৰ হিচাপে দিয়াৰ কথা সেয়া ময়েই পাম। মই হাঁহিলো। মনে মনে পলাই অহা মানুহ এইগৰাকীয়েই। তেওঁক বিচাৰি অহা সেই চশমা পিন্ধা জন ওপৰত শুই আছে। তেওঁ গিৰিয়েক, এওঁ ঘৈণীয়েক। যদি সচাঁকিয়ে এনে হয় তেন্তে···

আহ্! এনে হব নোৱাৰে। সন্মুখতে নেদেখিলেও মাত নিশ্চয় শুনিছে। পত্নীৰ মাত কোন স্বামীয়ে নিচিনাকৈ থাকিব? ইয়াৰে কোনোবা এজন নিশ্চয় সেই খবৰ ছপাওঁতা হবই। কিন্তু কোনজন তেওঁ? সেই খবৰ এই মানুহ গৰাকীয়ে নিশ্চয় পায়। তেওঁ তাৰেই উপযুক্ত। এনে এগৰাকী ভেজাল মাইকী মানুহে এজন পুৰুষৰ তিৰস্কাৰ শুনি তেওঁৰ সেৱা শুশ্রূষা কৰি থাকিব নোৱাৰে। এনে আচৰণ কৰোঁতা পুৰুষ মূৰ্খ। সেইকাৰণেই নিখোঁজ পত্নীক বিচাৰি দ্বিতীয়বাৰ গ্ৰহণ কৰিবলৈ ওলাইছে। প্ৰথমতে ছাগৈ তেৱেঁই

কৈছিল—"বাহিৰ হোৱা, যি মন যায় তাকে কৰাগৈ— ।"

তেওঁ দেখিছিল যে চিয়ঁাৰ-বাখৰ কৰাৰ পিচতো সেই ধুৰন্ধৰ মানুহ জন যদি নেযায় তেন্তে তেওঁ নিজে ওলাই যোৱাটোয়েই ভাল হব—ঘৈণীয়েকে ভাবিছিল ছাগৈ।

মোৰ সমুখত বহা মানুহগৰাকী কথা-বতৰাতো পাচ নপৰা বিধৰ। তেওঁৰ গাতো মতা মানুহৰ সমানেই শক্তি। এনে ধৰণৰ পত্নীয়ে ঘৰ এৰি গুছি গলে তেওঁৰ বাবে বেজাব কৰা স্বামীৰ অৱস্থিতি সচাঁকৈয়ে পুতৌ লগা—গহীন··· ।

কিবা এটা খাটাং কৰাটোও মস্কিল। তেওঁ বৰ পৰাক্ৰমীও হব পাৰে। দুই তিনি দিন বাহিৰত ঘূৰি এতিয়া তেওঁ ভয় খাইছে হবলা। দেখাত সুন্দৰী পত্নীয়ে ঘৰ এৰি গৈছে। তেওঁক চিনি উলিয়াওতা জনে পুৰস্কাৰো পাব। এই কথাত কিছু মানুহ বিচাৰি উলিয়াবলৈ সাজু হব। তাৰ ভিতৰত কোনোবা নহয় কোনোবা এজনৰ ফান্দত তেওঁ পৰিবই। বিচাৰি উলিওৱা বস্তু কেতিয়াবা কেতিয়াৰা পাওঁতাজনৰ হাততে পুৰস্কাৰ স্বৰূপে ৰৈ যাব পাৰে। যি বিচাৰোতাৰ এনে হব তেওঁ নিশ্চয় ভাগ্যশালী। তেওঁ ঘূৰি নেযায়। তেওঁৰ কথা খাটাং হৈ গৈছে কাৰণ মানুহৰ চকুত ধূলি দিয়া কাম তেওঁৰ সমাধা হ'ল। স্বামীজন সচাঁকৈয়ে বুধিয়ক।

নিখোঁজ হোৱা পত্নী গৰাকীয়েই মোৰ সমুখত বহি আছে। এই ডবাৰ আন কোনেও গম নেপায়। মই কাকো এই কথা নকওঁ। নিখোঁজ পত্নী ধৰাৰ খ্যাতি মইয়েই পাম। ষ্টেচনত গাড়ী ৰোৱা মাত্ৰকে মই তেওঁক পুলিচত গতাই দিম। তাৰপাচত তেওঁৰ গিৰিয়েকলৈ টেলিগ্ৰাম দিম। পুৰস্কাৰৰ আশাত নহয়;— পত্নী গৰাকীক অনিচ্ছুক স্বামীদেৱতাৰ হৃদয় আসনত পুনৰ প্ৰতিষ্ঠা কৰিবলৈকে মই এই কাম কৰিম। এইদৰেই তেওঁৰ চালাকীৰূপী জোকটোৰ মুখত চূণ দিয়া ভাল হব। মই একেৰাহে তেওঁক নিৰীক্ষণ কৰিছিলো। কিছু বেলিৰ পাচত তেওঁ মোৰ বেঞ্চখনতে আহি বহিল। তেওঁ হাঁহি হাঁহি কথা কৈ আছিল। তেওঁৰ কথা মই মনোযোগেৰে শুনিছিলো। তেওঁ ওপৰত শুই থকা চশমা পিন্ধাজনক দেখি কৈছিল—

"তেখেতে বিয়া কৰোৱা নাই কাৰণ মঙ্গল সূত্ৰ গঢ়োৱা সোন খিনিৰে দাঁত বন্ধাই লৈছে।"

মই উচপ খাই উঠিলো। মই তেওঁৰ কথা বুজিব পাৰিলো। অলপ আগতে তেওঁ মোৰ সমুখতে বহি "মোক কওঁকচোন মই দেখুৱাই দিম" বুলি ফিতাহি মৰা মানুহজন এতিয়া ওপৰত শুই আছে। এতিয়া তেওঁ মুখ ফালি উত্তৰ নিদিয়াকৈ নেথাকে। শুনি আমি আটায়ে লাজ পাম। তেওঁ আমাৰ পিনে মুখ কৰি শুই আছে—। তেওঁৰ চকু সকলোৰে ওপৰত। এই সময়ত মহিলা-গৰাকীৰ ওপৰতো তেওঁৰ চকু পৰিছে ছাগৈ। তেওঁ এইদৰে কোৱাৰ উদ্দেশ্য কি? বাটেৰে গৈ থকা ছোৱালী নোচোৱাকৈয়ে বিয়া কৰাই পেলোৱা? এনেকুৱাই নহয় জানো? উত্তৰ নিদিয়াকৈ তেওঁ থাকিব নোৱাৰে।

তেওঁ একো নকলে। তেওঁ মোৰ কাষত বহিল। ভালেই হ'ল। অতি কমেও মুখামুখি হোৱাৰ পৰা অব্যাহতি পোৱা গল। আহ! ঠিক আছে—। এইবোৰ সকলো ভাওঁহে। এই মানুহজনে এওঁক লৈ গৈছে। এওঁবিলাকে অচিনাকিৰ ভাওঁ জুৰিছে। সকলোৰে চকু এৰাবলৈ এওঁলোকে ইজনে সিজনক দোষী প্ৰতিপন্ন কৰিছে। মোৰ অনুমান ঠিক। দুয়ো কোট্ৰাবকৰাৰ পৰা গাড়ীত উঠিছে। কোল্লমৰ পৰা ৰাতি আন্ধাৰত মনে মনে আহিছে। তেওঁ নিজৰ কথা লুকুৱাবলৈ অমৰৰতে গল্প কৰি আহিছে আৰু এৰেঁা তেওঁৰ দৰেই—কিন্তু একেবাৰে ভয়হীন। উত্তেজিত হৈ কথা পাতিছে। বৰ ভাল হ'ল, চোৰক বস্তুৰে সৈতে ধৰিছো।

গাড়ী মাদ্ৰুৰা পাবলৈ দিয়া। দুয়োকে ধৰি পুলিচক গতাই দিম। মই নিৰুদ্দেশৰ জাননী আকৌ পঢ়িলো। নিৰুদ্দেশ হোৱা মানুহ এই গৰাকীয়েই। অকলশৰীয়া গাভৰু। এজন মান্য পুৰুষক কয়— "মঙ্গল সূত্ৰ গঢ়াবলৈ সোন নেপাইহে বিয়া কৰোৱা নাই!" এইকথা শুনিও যেওঁ একো কব নোৱাৰিলে। সেই মুৰ্খ মানুহজন অলপো সংকুচিত নহল! জানো কেনেকৈ জীয়াই আছে। অলপ আগতে তেওঁ বীৰত্বপুৰ্ণ সাহসৰ কথা কৈ ফুটনি মাৰিছিল।

আনযাত্ৰী সকলে ইয়াৰ পাচতো তেওঁলোকৰ প্ৰতি বিশেষ মনোযোগ দিয়া নাছিল। এওঁলোকৰ ৰহস্য কেনেকৈ জানিব! বিৰুদনগৰ পোৱাৰ লগে লগে তেওঁ মোৰ একেবাৰে কাষতে বহিলহি। তেওঁৰ নাম সোধোনে? নাম লক্ষী নেকি? তেতিয়া গম পোৱা যাব পাৰে। কিন্তু সোধো কেনেকৈ? ঘূৰাই যদি তেওঁ সোধে—তুমি কোন? লোকগণনা কৰা মানুহ নেকি? তেতিয়াহলে কথাৰ সিমানতে ওৰ পৰিব। মই সকলোৰে লগতে কথা পাতো; এই মানুহগৰাকীৰ লগত কথা পাতিবলৈ ইমান সংকোচ বোধ কৰিছো কিয়?

'কোট্টাৰকৰ পৰা গাড়ীত উঠিছে হবলা'

মই এটা নিৰ্দোষ প্ৰশ্ন কৰিলো।

"কনেকৈ জানিলে?"

"দেখা যেন লাগিছিল।"

"তেনেহলে কিয়া সুধিছে—প্ৰমাণ কৰি চাৰ খুজিছে নেকি?"

"নহয় কেৱল জানিব খুজিছিলো আপুনি ঠিক উত্তৰ দিয়ে নে নিদিয়ে।"

"মই কাৰোবাৰ কিবা চুৰ কৰিছো নেকি?" দৃঢ়স্বৰে তেওঁ সুধিলে।

কথা বঢ়োৱাৰ শক্তি মোৰ নাছিল। মনে মনে থকাই ভাল আছিল। যদি কথা বতৰা চলে তেওঁ বহুত বঢ়ায়ো কব পাৰে। সকলোৱে শুনিব। তাৰ উত্তৰ দিবলৈ মই অসমৰ্থও হব পাৰো। তেতিয়া তেওঁৰ শক্তি থকা সত্বেও অবলা বুলি সকলো যাত্ৰী তেওঁৰ ফলীয়া হব। সেই কাৰণে মই মনে মনে থাকিলো।

কিছুপৰ পাচত তেওঁ সুধিলে "কৰ পৰা আহিছে?"

'কোল্লমত পৰা।'

"কলৈ যাব?"

"কিয় জানিবলৈ বিচাৰিছে?"

"কবলৈ কিয় সংকোচ কৰিছে আপুনি? নে মনে মনে কৰবালৈ গৈ আছে?"

"আজিকালি মনে মনে যোৱাটো তিৰোতাবহে কাম।" মই কলো।

"পুৰুষৰ দোষৰ কাৰণে।

"দোষ যাৰেই নহওঁক—। মনে মনে পলাই অহাজন এদিন ধৰাও পৰে।"

"আপোনাৰ পৰিবাৰ মনে মনে পলাইছে নেকি ?"

"নাই, পলোৱা নাই—মই আন এগৰাকী মনে মনে পলাই যাব খোজাকহে ধৰিছো।"

"ইমান ক্ষমতা হোৱা হলে ···' অলপ পৰ মনে মনে থাকি তেওঁ সুধিলে. "এইটো ঠিক নে যে আপুনি মাতুবালৈ যাব ?"

মই ভাবিলো এওঁবিলাকে যদি ধৰা পৰাৰ কথা জানে তেন্তে মাতুবাৰ আগতে গাড়ীৰ পৰা নামি যাব। য'ত তেওঁবিলাক নামিব তাত মই নামিবও নোৱাৰিম। গতিকে মই পশুসলা ষ্টেচনৰ পাচতহে কথা পাতিম বুলি ঠিক কৰিলো। মই ভাবিলো কোনোবা যদি আহি আমাৰ মাজত বহে বৰ ভাল হয়। কিন্তু কোনো নাহিল। এইদৰেই পশুসলা ষ্টেচন পাৰহৈ গ'ল।

তেওঁ সুধিলে "মাতুবাৰ পৰা আপুনি কলৈ যাব ?"

"সেইখিনি পাইহে ঠিক কৰিম"

"আপোনাৰ গন্তব্যস্থানৰ কোনো ঠিকনা নাই নেকি ?"

যদি এয়েই হয় তেওঁ তেন্তে মোৰ লগতে যাবলৈ ওলাব নেকি, এইদৰে মই সুধিব খুজিছিলো—। সোনৰ দাতৰ মানুহজন ওপৰত শুই আছে। তেওঁ যি ব্যৱহাৰ পাইছে সেয়াতো মই বুজিছোয়েই।

দূৰত্ব বহুত কমি আহিল। মাতুবা পাই এওঁবিলাকৰ ঠগবাজী উলিয়াব লাগিব। দুয়োকে ধৰি পুলিচত দিবলৈ আনবো সহায়ৰ আৱশ্যক হব। এই চালবাজী ধৰাত সহযাত্ৰী সকলে নিশ্চয় মোক সহায় কৰিব। মই সুধিলো—"আপোনাৰ নাম লক্ষী নহয় নে ?"

"আপুনি কেনেকৈ জানিলে ?"

"সেইবোৰ বাদ দিয়ক—সঁচা কথা কওঁক।"

"মই কিয় মিছা মাতিম,—মোৰ নাম লক্ষ্মীয়েই"

"ঘৰ কোল্লমত নহয় নে ?"

তেওঁ হাঁহি কলে “ইয়াৰ আগতে আপোনাৰ লগত ক'ত দেখা হৈছিল বাৰু ?”

“সেয়াও কম। কালি ঘৰৰ পৰা ওলাইছে নহয় ?”

“আপুনি পুলিচৰ মানুহ নেকি ? পুলিচৰ দৰে কথা সুধিছে দেখোন ?

“কোল্লমৰ পৰা এগৰাকী মানুহ নিখোঁজ হৈছে। এনেকুৱা এটা খবৰ মই বাতৰি কাকতত দেখিছো। বয়স, ৰং, নাম সকলো আপোনাৰ দৰে—। আপোনাক চুৰ কৈ অনাজনো এই ডবাতে আছে। এই সকলোবোৰ মই জানো।” মই কলো—। কাষত বহা মানুহবোৰেও এই কথা শুনিলে। ভালেই হ'ল।

“আপোনাৰ কাষত খবৰ কাগজ আছে নেকি ? অলপ দেখুৱাব পাৰেনে ?”

এওঁৰ লগৰজন কোন ?—কাষত বহি অহা সকলো যাত্ৰীয়ে এই কথা জানিবলৈ বিচাৰিলে। গোটেই ডবাটোতে খলক লাগি পৰিল।

কিন্তু তেওঁ যেন এইবোৰ কথা গণ্যই কৰা নাই।

“এতিয়া আপোনাক কি লাগে” ? তেওঁ মোক সুধিলে।

“ধৰি পুলিচত সোধাই দিম নে ?” এজনে কলে।

তেওঁ এটা শিশুতকৈও নিষ্কলঙ্কৰ ভাৱত কলে—“মাভ্ৰা পোৱাৰ পাচত নানপ্পন নামৰ এজন পুলিচৰ মানুহ তাত থাকিব। মোক তেওঁকেই গতাই দিব।”

“ঠিক আছে—! সেইবোৰ সকলো মই ঠিক কৰিম।” মই উত্তৰ দিলো। সোনৰ দাঁত লগোৱা মানুহজনে সুধিলে—

“নানপ্পন তোমাৰ কোন ?”

“মোৰ ? ··· তেওঁ মোৰ পতি দেৱতা।”

---

# ভাড়াঘৰ

—পি. চি. কুট্টিকৃষন্ 'উৰূব'

খণ্ডত জ্বলি পাকি মই নতুন ঘৰত সোমাইছিলোহি। ইমান সোনকালে ঘৰ সলাব লাগিব বুলি মই ভবা নাছিলো। তিনি মাহৰ ভাড়া বেঙ্কত জমা থোৱাৰ কথা বতৰা হোৱাৰ পাচতো মোক ঘৰৰ পৰা উলিয়াই দিয়াৰ কোনো প্ৰয়োজন নাছিল। ভাড়া পালেহে দিন চলিব এনে অৱস্থাও ঘৰৰ গৰাকীৰ নাছিল। টকা বেঙ্কত জমা থোৱাটোয়েই তেওঁৰ উদ্দেশ্য আছিল। মই চাৰিমাহ তেওঁৰ ঘৰত আছো কিন্তু তেওঁ অকনো সঙ্কোচ নকৰিলে। "ছাৰ মই বাকচ-বিছনা উলিয়াই থৈছো, ঘৰ খালি কৰি দিয়ক"। তেওঁৰ কথাৰ আচল অৰ্থ হ'ল "ওলা, বাহিৰ ওলা কুকুৰ!" মই ভাবিছিলো তেওঁ খণ্ডতহে কৈছে, কিন্তু দৰাচলতে তেওঁ শান্ত ভাৱেই কৈছিল। সেই মুৰ্খই হয়তো ভাবিছিল এই ঘৰৰ পৰা ওলাই ই আৰু ক'ত থকা ঠাই পাব? কলৈ যাব? মোৰ কাৰণে কোনোবাই ঘৰ সজাই থৈছে নেকি? তেনে হোৱা হলে এই মুৰ্খৰ ঠেক কোঠাটোত ভাড়া ভৰি মানুহ কিয় থাকিলে হেঁতেন?

মোৰ দৰে ভাড়াটীয়া পাবলৈ তেওঁ আগ্ৰহ কৰিবই কাৰণ ভাড়া দিয়াত মোৰ কেতিয়াও হেৰ-ফেৰ নহয়। ওচৰ-চুবুৰীয়াৰ কাৰণেও মই ভাল মানুহ। "বেচেৰা ডেকা লৰাটো!" মোৰ প্ৰতি তেওঁ বিলাকৰ এয়ে মন্তব্য আছিল। মোৰ আগতে এই ঘৰটোত এটা দৰ্জী আছিল। এখন সম্পূৰ্ণ ইতিহাস ৰচনা কৰিহে সি ইয়াৰ পৰা ওলাল। ওচৰ-চুবুৰীয়াই একেসুৰে কয় যে চহৰৰ আটাইবোৰ ভিখাৰী এই কোঠাটোত শুইছিল। এইবোৰ কথালৈ সেই মুৰ্খ দাদাই অকনো মনকাণ কৰা নাছিল। তেওঁৰ ঠিক সময়ত ভাড়া পালেই হ'ল। অসামাজিক কোনো কথালৈ তেওঁৰ চিন্তা নাছিল।

মই ইয়ালৈ অহাৰ পাচত এই কোঠাটোত কোনো নাৰীৰ নিশ্বাস

পৰা নাছিল। কিছুদিন আগতে পুবপিনৰ ঘৰটোত থকা বুঢ়ী আইতাৰ কাষৰ ঘৰটোৰ মানুহগৰাকীয়ে কৈছিল—"উস্, কি কম! কিমান শান্তিত দিন কটাইছো" মই সদায় মনে মনেই থাকো। এবাৰ এটা কবিতা চিয়ঁৰি চিয়ঁৰি পঢ়িছিলো,—ময়োতো মানুহ। সেইদিনা প্ৰতিবেশী প্ৰৌঢ়া গৰাকীয়ে হাঁহিছিল আৰু খিড়িকীৰ ওচৰলৈ আহি কৈছিল "গান গাইছা নেকি?"

সেইদিনাৰ পৰা কবিতা-পাঠো বন্ধ কৰি দিছিলো। তাৰ পৰা আৰু মোৰ মুখৰ মাতো বাহিৰলৈ ওলোৱা নাছিল। সেই কাৰণে দেখিছো পৃথিৱীত ভদ্ৰতাৰে কাম নচলে। সেই নাৰৰীয়া জনেই ঠিক আছিল। তেওঁ ভাড়া সুদে-মূলে আদায় কৰিছিল। "তুমি ঘৰ নিদিলে আন ঘৰ আছে "বুলিকৈ তেওঁ ঘৰ খালি কৰি দিছিল। মুৰ্খ দাদাই ডেৰমাহ ঘৰ বন্ধকৈ থব লগীয়া হৈছিল। সেই মুৰ্খক ময়েই উদ্ধাৰ কৰিলো। কিন্তু সেই মুৰ্খই এইবোৰ কি ভাবি চাব? মই দাদাৰ মূৰ ফালি দিলো অেওঁৰ শকত লৰাটোৱে আৰু তিনিজনী ছোৱালীয়ে কান্দিবলৈ আৰম্ভ কৰিলে—

পুতেক, বাপেকতকৈও মুৰ্খ। বসন্তৰ সাঁচেৰে ভৰা মুখখনেই তাৰ কুলক্ষণীয়া। তাৰ চেহেৰাটোৰ কাৰণেই ঘৈনীয়েকে তাক এৰি থৈ গৈছে। বাপেকে কথা কৈ থাকোতে সি কুৎসিৎ চেহেৰাটো লৈ ওচৰতে দিয় দি আছিল। তাক আজিলৈকে এজনী মাইকী মানুহে এৰি থৈ যোৱাটোহে আচৰিত কথা! তাৰ এইখন মুখৰ কাৰণে এশজনীয়েও এৰিব পাৰে।

"শঙ্কৰ"—বাপেকে মাতিলে।

"দেউতা" তাৰ গাধৰ দৰে মাতটো শুনা গ'ল। কিছুদিনৰ কাৰণে হলেও এজনী মানুহে তাক কেনেকৈ সহ্য কৰিছিল বাৰু? এই কথাই মোক আজিও অবাক কৰে। শহুৰেকৰ কৃপানালি আৰু গিৰিয়েকক মুৰ্খামি সহ্য কৰিব পৰা নিশ্চয় তেওঁ এগৰাকী সহনশীলা আছিল। মই তেওঁক দেখা নাছিলো। মই ইয়ালৈ অহাৰ ডেৰমাহ আগতে তেওঁ ঘৰ এৰি গৈছিল। বাপেক আৰু পুতেকে ভৰা নাছিল যে তেওঁ ইমান সোনকালে ঘৰ এৰি যাব। তেওঁৰ দেউতাকৰো ভাড়াঘৰ আৰু বেঙ্কত

টকা আছে। তথাপি তেওঁ এই লুভীয়াবোৰক কেনেকৈ সম্মান কৰিছিল? এতিয়াও তেওঁবিলাকে তেওঁক ঘূৰাই আনিবলৈ চেষ্টা কৰি আছে কিন্তু সফল হোৱা নাই।

তেওঁ নিশ্চয় ধুনীয়া। "সাপেহে তোমাৰ লগত ঘৰ কৰিব পাৰিব।" এইদৰে কৈ তেওঁ ঘৰ এৰি গুছি গৈছিল। ইহঁতৰ লগত সাপেও বাস কৰিব নোৱাৰে—সেইটো একেবাৰে সচাঁ। বাপেকে কোৱাৰ আগতেই পুতেকে বিছনা তূলি বাহিৰত থৈ দিলে। মই এতিয়াই খালি নকৰো বুলি কব খুজিছিলো। কিন্তু ভাড়া নিদিয়াকৈ কাজিয়া কৰা দেখিলে ওচৰ—চুবুৰিয়াই মোক কি কব? সেই বুঢ়াটো আৰু লৰাটোৰ দৰে মোৰ আত্মসম্মান মই কেনেকৈ এৰিম? সোনকালে কথা শেষ কৰাই ভাল। হুলস্থুল নহওঁক বুলিয়েই মই সিহতৰ কথা মতে তিনি মাহৰ বাকী ভাড়াৰ কথা লিখি চহী কৰি সিহঁতক দিলো। সিহঁতে হয়তো ভাবিলে সিহঁতৰ সামৰ্থ্যৰ কাৰণেই মই প্ৰতিবাদ কৰাৰ পৰা বিৰত থাকিলো। সিহঁতে ভাবছিল যে "প্ৰিনোট" নপঢ়াকৈয়ে মই চহী কৰিছো। ভাবিবলৈ দিয়া। ওচৰ-চুবুৰীয়া নথকা হলে মই সিহঁতক ভালকৈ এশিকনি দিলোহেতেঁন।

তথাপি মোৰ খং নকমিল। যদি কোনো এজন বন্ধুয়ে এই কোঠাটো পোৱাত মোক সহায় নকৰিলেহেতেঁন মোৰ কি অৱস্থা হ'ল হেতেন। এই বাৰিষাত মইনো দোকানৰ বাৰন্দাত শুব পাৰো নে? এই বিষয়ে সেই মূৰ্খ ই জানো কিবা চিন্তা কৰি চাইছে? বনৰীয়া মহৰ দৰে তাৰ পুতেক শঙ্কৰেও ভাবিছে নে? সমাজৰ অৱস্থাৰ কথা ভবাৰ দায়িত্ব সেই ইতৰ জন্তুহতঁৰ আছে জানো।

নতুন কোঠালৈ অহাৰ পাচতো সিহতঁক শাওপাত দি আছিলো। হঠাতে এগৰাকী মানুহ আহি ওলাল।

"সাত নম্বৰ কোঠালৈ আপুনি আহিছে নেকি?"

—বিনয়েৰে মানুহগৰাকীয়ে সুধিলে।

"হয়! কওঁক?"

"চাবী নেলাগে নেকি" একেবাৰে বিনীত কণ্ঠ।

"ঘৰৰ গৰাকী ক'ত?"

"চাবিটো লওঁক—ভালকৈ থক, আন এটা নাই।"—এয়ে আছিল তেওঁৰ উত্তৰ।

"ভাল বাৰু!"

"ক্ষমা কৰিব, মই আপোনাক চিনি পোৱা নাছিলো।"

"মই জানো।"

"তেন্তে মই ওপৰলৈ যাওঁ।" মই তেওঁৰ পৰা একেবাৰে বিদায় লব খুজিছিলো—। তেনেতে হঠাৎ সেই মানুহগৰাকীয়ে কলে—, "মই আপোনাক কোঠাটো দেখুৱাই দিওঁ—। কবনোৱাবো চাফা কৰিছে নে নাই। আপোনাৰ ওচৰত সোঁতা আছে নে?"

'আছে'—বুলি কবলৈ মন গৈছিল, কিন্তু সোঁতা নাছিল। মই মনে মনে থিয় দি থাকিলো। ইতিমধ্যে বাকচ বিছনা লৈ যোৱা লগুৱাটো উভতি আহিছিল। সি কলে—"চাৰ! কোঠাটো বন্ধ"

"মই খুলি দিম।" মানুহগৰাকীয়ে কলে। তাৰ পাচত আমাতকৈও আগতে মানুহ গৰাকীয়ে চিৰি বগাবলৈ ধৰিলে। মই আৰু মানুহটো তেওঁৰ পাচত আছিলো। যেতিয়া চিৰি বগাই আছিল তেতিয়া তেওঁৰ দীঘল-দীঘল কলা কেকোঁৰা চুলি কোছাই অন্ধকাৰৰ ঢউ সৃষ্টি কৰিছিল। তেওঁ যেন অলপ আগতেহে গা ধুই উঠিছে এনে লাগিছিল। এতিয়াও চুলি ভালকৈ শুকুৱাই নাই। তেল আৰু চাবোনৰ মিঠা মধুৰ গোন্ধ উপভোগ কৰি কৰি মই আনন্দমনে চিৰিবোৰ উঠি গৈছিলো।

সাত নম্বৰ কোঠাৰ ওচৰত থিয় দি তেওঁ কৈছিল "চাবিটো মোক দিয়ক।"

মই চাবিটো দিলো। তেওঁ কোঠাটোৰ ফালে আৰু মই তেওঁৰ গাৰ ফালে চাই আছিলো। তেওঁ তেইশ-ছোবিশ বছৰীয়া হব। চম্পাফুলৰ দৰে বৰণ, কাণত বগা মুকুতাৰ অলঙ্কাৰ। তেওঁৰ মূৰটো লৰচৰ কৰিলেই কাণৰ কামত বিজুলী চমকি উঠে।

"বাকচ-পত্ৰ বাহিৰত থওঁক। কুলীটোক যাবলৈ দিয়ক। মই অলপ কোঠাটো চাফা কৰো।"

তেওঁ তললৈ নামি গলত মই কুলীটোক বিদায় দি কোঠাটোৰ চাৰিওফালে চাবলৈ ধৰিলো। দুখন খিড়িকী আছে, যথেষ্ট পোহৰ

আহিব। শুদ্ধ বায়ূত উশাহ লম। মানুহ থকাৰ উপযোগী কোঠা এইটো। সেই বুঢ়াৰ কোঠাৰ দৰে নহয়। গিৰিহঁতনীও ভাল যেন লাগছে—নহলেনো চাফ-চিকুন কৰাৰ কষ্টখিনি কিয় কৰিব। এই বাৰান্দাখনো ভাল। ইয়াত বহি সেউজীয়া সৌন্দৰ্য্য উপভোগ কৰিব পাৰিম।

"থিয় হৈয়ে আছে" তেওঁ সোঁতা লৈ উভতি আহিল। "এতিয়াই ঠিক কৰি দিছো।"

তেওঁ কোঠাটো চাফা কৰি পানীৰে সৰি দিলে। বিচনা বাকচ ভিতৰলৈ সোমোৱাত মোক সহায় কৰি দিলে। তেতিয়া মই তেওঁৰ চেহেৰাটো ভালদৰে মন কৰিব পাৰিলো। তেওঁৰ চকুহাল ধুনীয়া নহয়, তীক্ষ্ণ। সেই চকুত যেন তীক্ষ্ণ ত্ৰাস কেতবোৰ থুপ খাই আছিল। কিন্তু মই তালৈ মনোযোগ দিয়া নাছিলো।

তেওঁ সুধিলে—"এতিয়া আপুনি মিষ্টাৰ থঙ্কবণৰ ঘৰত আছিল নেকি ?

"হয়" !

"তাত কেনে পাইছিল" ?

"কি কম ! কোনোৰকমে আছিলো—কোঠা নহয় যেনিবা নিগনিৰ ফান্দহে আছিল।"

"সেই নিগনি দাদাক বুজোৱা বৰ টান।"

"আপুনি তেওঁলোকক জানে নেকি ?"

"ভালদৰে।" তেওঁ খোলাকৈ হাঁহিলে।

"কোন ডাঙৰ চয়তান—বাপেক নে পুতেক ?"

"চয়তান আৰু পিশাচ— !" তেওঁ আকৌ এবাৰ হাঁহিলে।

"পুতেক পিশাচেই— ।" ময়ো হাঁহিলো। তেওঁৰ কথা মোৰ বৰ ভাল লাগিছিল। তেনেহলে মোৰ দৰে ভবা আন মানুহো আছে।

"তেওঁ বিলাকে আপোনাক একেবাৰে খেদি পঠিয়াবলৈকে সাজু হৈছিল নহয় নে ?" এই কথাও তেওঁ জানে বুলি মই জনা নাছিলো। মোৰ অকণো ভাল লগা নাছিল। "নিজৰ ঘৰ নহলে মানুহ আলি-বাটত থাকিব নেকি ? সেই পিশাচে এইদৰে ভাবিছিল ছাগৈ।"

তেওঁ কলে "তেওঁৰ বিচাৰ তেনেকুৱাই"।

ময়ো তেওঁৰ লগত একমত হলো।

"তাক মানুহ বুলিব পাৰিনে ?"

"নোৱাৰি।"

"মোৰ ষে মুখকে চাবলৈ মন নেযায়"

"ঘিন লাগিব।" ময়ো ৰং মনে ইয়াকে কৈ তেওঁৰ মুখৰ ফালে চালো—। তেওঁৰ চকুহালো আনন্দত উজলি আছিল।

আপোনাৰ নাম ? মই সুধিলো।

"পঙ্কজম্"

"দেউতাক !......"

"আছে। ওলাই গৈছে। আমি ওচৰৰ ঘৰত থাকো। আপোনাব কিবা দৰকাৰ হলে মোক কব।"

"বাৰু !"

পঙ্কজম্ তললৈ গল। মই বাৰান্দাৰ ৰেলিঙত ধৰি তেওঁব কথা ভাবিবলৈ ধবিলো। হাঁহিমুখীয়া আৰু স্বাস্থ্যৱতী ছোৱালী। কামতো পাকৈত। অকনো লাজ নকৰে। মাইকী মানুহ এনেকুৱাই হব লাগে।

"বিলাহী লাগে" ?—তলব পবা কোনোবাই মাত দিলে। সেয়া শুনি মোব ভাৱনাব আঁত হেৰাল। উত্তব নিদিয়াকৈ মই কোঠাব ভিতবলৈ আহিলো। এতিয়া গা ধুব লাগিব।

মই যেতিয়া গা ধুই কাপোৰ পিন্ধি বাহিবলৈ ওলালো তেতিয়াও পঙ্কজমে তলব বাবান্দাত ঘূৰা-পকা কৰি আছিল।

"খাবলৈ ওলাইছে হবলা" তেওঁ সুধিলে।

"হয়।"

মই বাহিবলৈ খোজ ললো। পাচদিনা ৰাতিপুৱাও পঙ্কজম্ মোব দুৱাৰ মুখলৈ আহিল। ওচৰ পাজবব আটাইবোব কোঠালৈকে গৈ কুশল বাতবি ললে। ওচবব কোঠাত এজন গোমস্তা থাকে। সদায় গহীন, নিজৰ চিন্তাতে নিমগ্ন। পাচত কোঠাটোত ভাঙৰ একোছা গোঁফেৰে এজন শকত আৱত মানুহ। তেওঁ এগৰাকী প্ৰধান শিক্ষয়িত্ৰীৰ স্বামী। ঘৈণীয়েকৰ সৈতে কাজিয়া কৰি ইয়াতে

থাকিবলৈ লৈছেহি। তেওঁৰ মুখখন দেখিলে এনে লাগে যেন কোনোবাই কিবা কলেই কান্দি দিব। আনফালৰ কোঠাত এজন আচাৰিত মানুহ থাকে। তেওঁ খদ্দৰ পিন্ধে। মুখত থকা আৰু নিপোটল চেহেৰাৰ। তেওঁৰ কোঠাৰ কাষত কথা বতৰা শুনি চাই দেখিলো তেওঁ ৰাষ্ট্ৰীয় নেতা আৰু সচিব সকলক গালি পাৰি আছে। পঙ্কজমে মিচিকিয়া হাঁহিৰে তাৰ পৰা আহি মোৰ দুৱাৰমুখত থিয় দিলে।

"একো অসুবিধাতো হোৱা নাই ?"

"নাই"।

"এজন লিখকো ইয়ালৈ আহিছে, মই বৰ ৰং পাইছো।"

তেওঁ মোক লিখক বুলি জানিছিল নেকি ? এতিয়ালৈকে মোৰ ধাৰণা তেওঁৰ মোৰ প্ৰতি ভাল ভাব আছে। মই হাঁহি বন্ধ কৈ সুধিলো, "সেই কোঠাত থকাজন নেকি··· ?" মই খাদৰ ধাৰীৰ বিষয়ে সুধিছিলো।

পঙ্কজমে সৰু মাতেৰে তেওঁৰ কাহিনী কৈ শুনালে।

"বলিয়া নেকি" ?

"কব নোৱাৰি"।

ৰাষ্ট্ৰীয় আন্দোলনত ভাগ লৈ চাৰিবাৰ জেল খটা আৰু বহুবাৰ মাৰ খোৱা মানুহ। এটা লৰা আছে, বোম্বাইত থাকে। সি টকা পঠিয়াই থাকে। তাৰে খাই মেলি থাকে। পুৱাৰ পৰা গধূলিলৈকে পৃথিবী খনকে গালি-শপনি পাৰি থাকে।

"হতাশ মানুহে জানো একো নকৰে !"

"বহুত কিবাকিবি কৰে।"

মই পঙ্কজমক বহিবলৈ কলো। তেওঁ নবহিলে, গুছিত নগল। থিয় হৈয়ে কথা পাতি থাকিল। সোনকালে কথা শঙ্কৰণৰ ফালে ঢাল খালে। শঙ্কজমে সেই বলিয়াটোৰ বিষয়ে কৈ তাৰ প্ৰত্যেক ধৰণৰ ক্ৰূড়তাৰ বিস্তাৰিত বিবৰণ দিলে।

মই মজতে সুধিলো—

"তেনেহলে আপুনি তাক ভালদৰে জানে।"

"সেইয়াইতো মোৰ বিপদ।"

"তাৰ মানে ?"

সেই প্ৰশ্ন সোধা উচিত নাছিল, তথাপি মোৰ মুখৰ পৰা ওলাই গ'ল।

"ন-মাহ সেই মুৰ্খটোৰ লগত জীৱন কটাইছো, সেয়াই মোৰ জীৱনৰ পৰাজয়।"

"তেন্তে···?" মই উঠি থিয় দিলো।

"ঠিক ; আপোনাৰ অনুমান ঠিকেই। মই তেওঁৰ পত্নী আছিলো "

মই একো কব নোৱাৰিলো।

মোৰ অৱশ ভাৱ বুজি পঙ্কজমে কবলৈ ধৰিলে "কোনোবা মানুহ তাৰ লগত থাকিব পাৰেনে ?"

নোৱাৰে ; তেতিয়া মই এইদৰে কোৱা নাছিলো।

তেওঁ একে লেথাৰিয়ে কবলৈ ধৰিলে,—মই শুনি গলো—'কিমান বাৰ তেওঁ মোৰ লগত অপমানজনক ব্যৱহাৰ কৰিছে। কিন্তু মই মনে মনে সহি গৈছিলো। এইটো ভাবিয়েই যে ওচৰ চুবুৰীয়াই কি কব ? ঘৰৰ মানুহে কি কব ? কিন্তু ক্ষমাৰোতো এটা সীমা আছে।"

'এৰা ; হয়···।'

"বহুত কথাই নুবুজে।"

আপোনাৰ প্ৰতি মোৰ সহানুভূতি আছে পঙ্কজম।" মই কলো।

"থাকিবই, যাৰ হৃদয় আছে তেওঁ দুখ পাবই। আপুনিতো সাহিত্যিক নহয় জানো ? মানৱ মনৰ উপলব্ধি আপোনাৰতো বেছি থাকিবই।

মই নিজৰ অকঁবাৰ হাঁহিটো লুকুৱাই বিনয়ৰ ভাৱত শুনি গৈছিলো।

"মই আপোনাক কাম কৰিবলৈ দিয়া নাই।" এই বুলি কৈ তেওঁ কোঠাৰ পৰা ওলাই গল।

তেওঁ ৰাতিপুৱা ৰাতিপুৱা মোৰ কোঠালৈ আহিছিল। পৃথিৱীৰ সকলো কথাকে আলোচনা কৰি তেওঁ শঙ্কৰণক খুব গালি পাৰিছিল।

লাহে লাহে খাদৰধাৰীও মোৰ কোঠালৈ আহিবলৈ ললে।

এই পৃথিবীত এয়া আৰু ইয়াতকৈও বেচি হোৱাটোও সম্ভৱ।

মানুহৰ জানো সততা আছে? মই এয়াই সুধিছো। আজিকালি নেতাসকলৰ তেওঁবিলাকৰ অনুগামী সকলৰ ওপৰত বিশ্বাস নাই। তেওঁলোকৰ নেতৃত্ব কৰবাত যাতে সলনি নহয় সেইটোয়েই তেওঁ-বিলাকৰ ভয়। আন মানুহৰ ঘৰৰ খুঁটাৰ দৰে থিয় হৈ থাকিব লাগিব।···এয়া সন্তৰ···সন্তৰ জানো চাৰ?

নহয়, সন্তৰ নহয় এইদৰে মই কোৱা নাছিলো।

"নিজৰ পত্নীৰ ওপৰতে স্বামীৰ বিশ্বাস নাই" পঙ্কজমে মাজতে কলে।

"পত্নী সকলৰো স্বামীৰ ওপৰত নাই।"

এই মাতষাৰ শুনা গল। পাচলৈ ঘূৰি দেখিলো প্ৰধান শিক্ষয়িত্ৰীৰ স্বামীয়ে দুৱাৰত ধৰি থিয় দি আছে। তেওঁৰ চকুৰ পৰা দুই তিনি টোপা চকুলো তেওঁৰ ডাঙৰ ডাঙৰ গোফ কোছাত সৰি পৰিল। এই দৃশ্যত এটা শোকপূৰ্ণ নিস্তব্ধতা বিৰাজ কৰিলে। পাচত আৰু কোনেও কথা নকলে। লাহে লাহে সকলো গুছি গল। পঙ্কজমো লৰালৰিকৈ তললৈ নামি গল। "মানসিক দৃষ্টি ৰহিত জীৱ" এই বুলি কৈ খাদৰ-ধাৰীও কোঠালৈ গলগৈ। প্ৰধান শিক্ষয়ত্ৰীৰ স্বামীয়ে কলে "পৃথিবী কিমান দুখী।"

মই এটা ভাৱগীত লিখাৰ প্ৰেৰণা পাইছিলো কিন্তু মোৰ টোপনি ধৰিছিল সেইকাৰণে বিছনাত বাগৰিলো।

পাচদিনা আবেলি বাৰান্দাত বহি আছিলো। দেখিলো প্ৰধান শিক্ষয়িত্ৰীৰ স্বামী বাহিৰত বৈ আছে। তেওঁ গেটৰ মুখৰ গছ এজোপাৰ ছাঁত থিয় দি স্কুল ছুটিৰ সময়ত ঘৈনীয়েক যোৱা চাই থাকে। যেতিয়া তেওঁ চকুৰ আঁৰ হৈ যায় তেতিয়া গোফঁত সৰি পৰা চকু পানী মচি মচি নিজৰ কোঠালৈ উভতি আহে। এইদৰে তেওঁ আত্মত্যাগৰ সুখ প্ৰত্যেকদিনেই অনুভৱ কৰে হবলা। সেইদিনাও তেওঁ পুলত উঠিবলৈ গৈছিল। খদ্দৰধাৰীৰ টোপনি! দিনৰ চাৰি বজাৰ পৰা ৰাতি আঠ বজালৈকে শোৱে। অৱশিষ্ট সময় খিনিত গালি পাৰে—। গোটেই ৰাতিটো চিঠি লিখে। এয়াই তেওঁৰ দৈনিক কাৰ্য্যক্ৰম। প্ৰতিদিনে এটোপোলা চিঠি ডাকত দিয়ে। এই ঘৰত

মনত শান্তি লভাৰ এয়েই একমাত্ৰ সময়। মই বাৰান্দাৰ ৰেলিঙৰ ফাঁকেৰে বাহিৰলৈ চাই আছিলো। আকাশত সূৰ্য্য চমকি আছিল। সেউজ বুলিয়া পৃথিবী খন চাই চাই মোৰ এনে লাগিছিল যেন পৃথিবীখন আমি ভবাৰ দৰে বেয়া নহয়।

"বিলাহী লাগে, বিলাহী ?"

তলৰ পৰা মাতটো আহিছে। সাধাৰণতে মই এনেধৰনৰ কথালৈ মন নিদিছিলো। কিন্তু সেইদিনা উত্তৰ দিলো—"নেলাগে ভাই।"

"কি নেলাগে ?"

এই প্ৰশ্নটো পাচফালৰ পৰা কৰা হৈছিল। উভতি চাই পঙ্কজম্‌ক থিয় হৈ থকা দেখিলো। ময়ো থিয় হলো।

"বহক"

"নেলাগে, আপুনি বহক। মই ইয়াতে বহিছো।" এইবুলি কৈ তেওঁ এখন চকী টানি লনে। তেওঁৰ পৰিধানত ৰঙা শাড়ী আৰু হালধীয়া ব্লাউজ। মোৰ বৰ ভাল লাগিছিল।

সন্ধিয়াৰ সুৰুযৰ পোহৰত তেওঁৰ তীক্ষ্ম চকু চুৰীৰ ধাৰৰ দৰে উজ্বলি উঠিছিল।

"আপুনি কাৰ লগত কথা পাতিছিল ?" তেওঁ সুধিলে।

"বিলাহী বেচা মানুহৰ লগত"

"অস্‌! বাছ্‌" বুলি কৈ তেওঁ তুৰৈত বহিলগৈ।

সেই দিনাও আমাৰ কথাৰ বিষয় আছিল শঙ্কৰ।

"তেওঁ এজন মানুহ পঠিয়াইছে—নিজৰ খুৰীয়েক।"

"তাৰ পিচত ?"

"তেওঁৰ লগত থাকিম। তেওঁৰ লগততো এটা সাপো থাকিব নোৱাৰে।"

মই একো নকলো, তেওঁ চাই ৰল।

"দেউতা মনে মনে আছে, কিও মই এৰা নাই।"

তেওঁ আকৌ গোটেইটো কাহিনী শুনালে।

"তেনেহলে ইনান খং কৰাৰ কি কাৰণ ?"

মই মাজতে সুধিলো—, "মোৰ সোধাটো যদি অশুচিত হৈছে ক্ষমা কৰিব।"

“এনে একো কথা হোৱা নাই। ইমানদিন আপুনি একো সোধা নাছিল কাৰণেহে বেয়া লাগিছিল। এইবোৰ কথা গোটেই সংসাৰে শুনাকৈ মুকলি ছাতত থিয় হৈ কোৱা কথাহে।

“কিয়”—মই কথাৰ লেকাম ধৰি কলো।

“তেওঁ চাকৰ”—

কাৰ?

মাক, দেউতা, বাৰান্দা, ৰেলিঙ সকলোৰে! চিনেমা চাবলৈ শাহু আইৰ অনুমতি লাগে। সকলো কামতে তেওঁৰ অনুমোদন লাগিবই। মই তাত পুতলাৰ দৰেহে আছিলো। এই সকলোবোৰ মই সহি আছিলো. শেষৰ কথা শুনক। তেওঁৰ নামত দহখন দোকান আছে। আনক বাহিৰ উলিয়াই কিনিছিল। মই কৈছিলো সেইবোৰ মোৰ নামত লিখি দিয়ক। মই পইচাৰ মোহত কোৱা নাছিলো। মই কেৱল তেওঁক পৰীক্ষাহে কৰিছিলো।

‘তাৰ পিচত’

‘বাচ—কাজিয়া লাগিল। এপিনে মাক—আনপিনে মই। কথাবতৰা হ’ল কাজিয়া লাগিল। মোক মাৰিবলৈ অহাত মই কলো ‘দূৰ হৈ থা।” ইমানকে কৈ নিজৰ ঘৰলৈ গুছি আহিলো।

“তেনেহলে ঠিকেই আছে”

“মোৰ ওপৰত বিশ্বাস নথকা কাৰণেই মোৰ নামত লিখি দিব খোজা নাছিল নহয় নে?

“এৰা, তেনে যেনেই তো লাগে—”

তেন্তে মই ইয়ত কিয় থাকো? পইচাৰ লোভত নহয় কেৱল পৰীক্ষা কৰিবলৈ। কালি তেওঁ চুৰবীয়াৰ আগত আপোনাক ঘৰ দিয়ালৈ যিহকে পায় তাকেক কৈছে—!”

“এনেকুৱা!”

“মোৰ নিজৰ ঘৰ মই কাক দিম সেইটো ময়েইহে ঠিক কৰিম নহয় জানো?”

তেওঁ মোৰ মুখলৈ চাই আছিল আৰু মই খিড়কীৰে বাহিৰলৈ। পৰিবেশ গহীন হৈ পৰিছিল।

তেওঁ একেলেঠাৰিয়ে কথা কৈ আছিল। মই শুনি আছিলো। একো কোৱা নাছিলো। কবলৈ একো নাছিলো। তেওঁ চিৰিৰে নামিবলৈ ধৰি পাচলৈ চাই সুধিলে—“আপুনি আজি খাবলৈ ন গল ?

“নগলো ; মই অলপ সঙ্কোচেৰে কলো পেট বেয়া—।”

“এনেকুৱা হৈছে যদি মই এটা বড়ি দিম—। হজমৰ কাৰণে ভাল।”

আচলতে মোৰ পেটত এন্দুৰ দৌৰি ফুৰিছিল। পেটত নাড়ীৰ বাহিৰে আন একো নাছিল। তথাপি অলপ আস্বস্ত হৈ আছিলো কাৰণ সম্পাদকে দহ টকা দিবলৈ কৈছিল। বড়ি খোৱাৰ পাচত অৱশ্যে পেট ভৰাই খাম।

বাহিৰৰ পৰা উভতি আহোতে খদ্দৰধাৰীৰ কোঠাত কথাবতৰাৰে হুলস্থুল হৈ আছিল। জোৰে জোৰে কথাবতৰা হৈছিল—মাজে মাজে হাঁহি—অট্টহাঁহি। আজিলৈকে তেওঁৰ কোঠাত এনে শব্দ শুনা নাছিলো। মই জুমি চালো। পাঁচ-সাতজন মানুহ বহি আছিল। মই আহি নিজৰ কোঠাত শুই পৰিলো। তেওঁলোক কেতিয়া গলগৈ কব নোৱাৰিলো। মই দিবাস্বপ্নত পঙ্কজমৰ মুখখন চাই চাই টোপনি গলো। পাচদিনা ৰাতিপুৱা খদ্দৰধাৰীয়ে হাঁহি হাঁহি মোৰ কোঠাৰ ওচৰলৈ আহি থিয় হ'ল। তেওঁ গালি পাৰি পাৰি নহয়, হাঁহিহে মোৰ কোঠাৰ কাষলৈ আহিল। ‘তেওঁবিলাকে জেদ ধৰিলে মই কেনেকৈ এৰি দিওঁ। তেওঁবিলাক সকলো অন্তৰঙ্গ বন্ধু।” ইয়াকে কৈ তেওঁ হাঁহিবলৈ ধৰিলে। মই একো বুজিব পৰা নাছিলো। প্ৰশ্নভৰা চকুৰে মই তেওঁৰ ফালে চালো।

“ময়েই উঠিব লাগিব।”

“কি ?”

“প্ৰাৰ্থী হৈ থিয় হব লাগিব। সময় সলনি হৈ আছে—। হাঃ …হাঃ…হাঃ…”

নিৰ্বাচনৰ কথা নেকি ?

এৰা, ৰাইজ মোৰ পিচত লাগিছে। তেওঁবিলাকক নেতৃত্ব দিব লাগে সেৱাৰ নামত মই কেতিয়াও মুখ ঘূৰোৱা নাই। হাঃ—হাঃ—হাঃ।

আপুনি সন্মতি দিছে ?

নিদি কি কৰিম ? হাঃ···হাঃ···হাঃ সেইদিনা তেওঁৰ বহুত কাম আছিল। চিঠি লিখা ; নিজৰ বস্তু-বাহানি ঠিক কৰা, বন্ধা, কুলী মতা, চিৰি বগোৱা, যোৱা, হৈ-চৈ বৰ লাগিছিল।

আবেলি মোক কৈছিল—'মই আজি ঠাই সলাব খুজিছো।"

"নমস্কাৰ।" মই কলো।

"নমস্কাৰ।" হাঃ···হাঃ···হাঃ—।" হাঁহি হাঁহি তেওঁ চিৰিৰে নামিল। মই গেটৰ মুখলৈকে আগবঢ়াবলৈ গলো। উভটি অহাৰ সময়ত প্ৰধান অধ্যাপিকাৰ স্বামীৰ গোঁফৰ ওপৰত দুই-তিনি টোপা চকুলো বাগৰি পৰিল।

সেই মানুহজনৰ গালি শপনি বন্ধ হোৱাৰ পাচত বৰ অকলশৰীয়া অনুভৱ কৰিলো। বাতাবৰণ বিষাদপূৰ্ণ হৈ পৰিল। সেইদিনা গধূলি পঙ্কজমে আহি কলে—"তেওঁৰ গালি বন্ধ হৈ গল। সকলো মানুহ এনেকুৱাই"।

"এৰা।"

"কিন্তু তেওঁৰ ঠাইত মই হোৱা হলে সকলো বন্ধুকে উলিয়াই দুৱাৰ বন্ধ কৰি ললো হেঁতেন। বাৰু, আপুনি হোৱা হলে ?"

এনে প্ৰশ্নৰ আশঙ্কা মই কৰা নাছিলো। অলপ চিন্তাত পৰিলো। তথাপি কলো—"দুৱাৰ বন্ধ কৰি তলা লগাই ললো হেঁতেন। এসপ্তাহলৈ নুখুলিলো হেঁতেন।"

তেওঁ হাঁহি মোলৈ চালে। কলে—"আপুনি বৰ দুৰ্বল হৈ গৈছে। ভালকৈ খাব লাগে।"

"ভাল বাৰু!"

"আপোনাৰ আৰ্থিক অনাটন হৈছে নেকি বাৰু ?"

"নাই,—সিমান হোৱা নাই।"

"এজন লিখকৰ আৰ্থিক আহুকালৰ কথা মই জানো। মই সকলো ব্যৱস্থা কৰি থৈছো। আজিৰ পৰা আপুনি ইয়াতে খাব লাগিব।"

"ইমান কষ্টৰ কি প্ৰয়োজন"।

"আমি সকলোৰেই মানুহ।" তেওঁ কলে,—"সকলোকে সেইঘৰৰ

মালিকদাদাৰ নিচিনা বুলি নাভাবিব চোন।”

“মই এইদৰে কেতিয়াও ভবা নাই”।

“এটা কথা শুনক, আজি এজন মানুহ পঠিয়াইছে।”

“কিয় ?”

“কৈ পঠিয়াইছে বোলে দোকানৰ আধা অংশ মোৰ নামত লিখি দিব।”

“ঘটনা আগবাঢ়িছে—।”

“চাওঁকচোন তেওঁৰ লোভ। দোকানৰ চিৰি কেইটা মোৰ নামত লিখি দিয়াটো যে খাটাং কৰা নাই সেইটোয়েই মোৰ ভাগ্য বুলি কৈ পঠিয়াইছো। সকলো মিলাই ২১০ টকা ভাড়া হয়। তাৰে আধা সেই দাদাৰ—বাকী খিনি মোৰ বুজিছে! মই এশ পাঁচিশ টকীয়া ঘৈনী হৈ থাওঁ। এনে কথা কোৱাজনক মই এৰি দিছো। মই তেওঁক ক্ষমা কৰি দিছো। আপোনাৰ কি মত ?”

“ক্ষমা কৰি দিছে, ভাল কৰিছে।”

“কব নোৱাৰো আপোনাৰ আমাৰ খোৱা ভাল লাগিব নে নেলাগে।”

“হয়তো বৰ ভাল লাগিব।”

আৰু এমাহ পাৰ হৈ গ'ল। ভাড়া এতিয়ালৈকে দিব পৰা নাই। দুমাহৰ বাকী আছে।

“মই ভাড়া দিয়া নাই—” মই তেওঁক মনত পেলাই দিলো।

“একো কথা নাই। মই সেই দাদাৰ দৰে ব্যৱহাৰ নকৰো। মানুহৰ ভিতৰতে ধনী-দুখীয়া থাকে।”

তেওঁ চিৰিৰে নামি গৈছিল, মই চাই আছিলো। তেওঁ মহালক্ষী।

তিনিদিন আৰু পাৰ হৈ গল। মই খিড়িকীৰে জুমি চাই আছিলো। ৰাতিপুৱাৰ সময়। বজাৰত ভীৰ হৈছে। গাড়ী, চাইকেল, ভিখাৰী বিদ্যাৰ্থী—সকলোৱে ইপিনৰ পৰা সিপিনলৈ বেগাই অহা যোৱা কৰিছে। তেনেতে মই শঙ্কৰক দেখিলো। সেই মূৰ্খক মই কিমান সহজে ইমান ভীৰৰ মাজতো চিনি উলিয়াইছো। সি এই ঘৰৰ ফালেই আহি আছে। বালিয়ে ঋষ্যমুখ পৰ্বত বগাবলৈ আৰম্ভ কৰিছে নেকি ?

মই খিড়িকীৰ পৰা মুৰ ভিতৰলৈ সুমুৱালো। অলপ পৰৰ পাচতে সি মোৰ কোঠাৰ সমুখত থিয় দিলেহি।

"মই আপোনাক লগ পাবলৈ আহিছো"

সি কলে।

"কিয় ?" মই সুধিলো।

"বাকী পইচাৰ কাৰণে"

"এতিয়া মোৰ শুচৰত নাই"

"কেতিয়াকৈ দিব পাৰিব ?"

"যেতিয়া পাম, ঘৰলৈ পঠিয়াই দিম।"

"এইদৰে কোৱা ঠিক নহয়"

"যেনেহলে মোক ঔচিত্য বোধ শিকাবলৈ আহিছে নেকি ?" মোৰো খং উঠি আহিছিল। "মোক মূৰ্খ পাতিব খুজিছা নেকি ?" বাক-বিতণ্ডা হবলৈ ধৰিলে। মাত ডাঙৰ হৈ গ'ল। ময়ো পিচ পৰি নেথাকিলো।

"চোৱা, এইটো তোমাৰ ঘৰ নহয়।"

পিচৰ পৰা মাত শুনি শঙ্কৰে ঘূৰি চালে। পঙ্কজম্ ৰঙাচিঙা পৰি ঠিয় হৈ আছে। এতিয়া শঙ্কৰ অসহায় হৈ পৰিল।

"ইয়ালৈকে আহি কাজিয়া কৰিবা নেকি ?"

পঙ্কজমে আকৌ সুধিলে। "আহ—। মোৰ তোকো অলপ কবলগীয়া আছে। তোক লগ পাবলৈকো আহিছো।" শঙ্কৰনে পঙ্কজম্‌ক কলে।

"মোক লগ পাবলৈ তুমি কিয় আহিবা ?"

পঙ্কজম্ নিশ্চল হৈ থিয় দি আছিল। "সচাঁকৈ, এইকাৰণেই আহিছো—আহ।" সি পিচৰ ফালে আগবাঢ়িল। মই মনদি শুনিলো।

"মই এইখন আনিছো। এইখন দানপত্ৰ। সকলো কোঠা তোমাৰ নামতেই দিয়া হৈছে।"

"তেনেহলে মোৰ ওপৰত বিশ্বাস হৈছে তোমাৰ !"

"তুমি নোহোৱাকৈ জীয়াই থকা মস্কিল···।" মই আৰু নুশুনিলো। তেওঁ বিলাক চিৰিৰে নামি গুছি গল।

এতিয়া কি হব মই ভাবিবলৈ ধৰিলো। পঙ্কজমে্ তাক মানি নলয়। কাঢ়া কথা শুনাই খেদি পঠিয়াব। এটা সাপ তাৰ লগত থাকিব নোৱাৰে।

সেইদিনাও মোৰ খোৱা অনা হৈছিল। মই বৰ আৰাম পালো—। কিন্তু পঙ্কজম্‌ৰ কি হ'ল কবনোৱাৰো, তেওঁ ওপৰলৈ নাহিল। মই তেওঁৰ বিষয়ে জানিবলৈ বৰ ব্যগ্ৰ হৈ পৰিলো। আবেলিতো তেওঁ নিশ্চয় আহিব। তেওঁৰ অপৰূপ ৰূপে মোৰ হৃকয়ত তোলপাৰ লগাবলৈ ধৰিলে। সকলো মিলাই তেওঁৰ ইন্দ্ৰধনু তুল্য ৰূপ অনন্যা !

আবেলি হোৱাৰ আগৰে পৰা বাবান্দাত টহল দিবলৈ ধৰিলো। সময় পাৰ হৈ গৈ আছে। অলপ শব্দ হলেই মই চাৰিওপিনে চাওঁ কিন্তু তেওঁক নেদেখো। এতিয়া বাৰান্দাত সান্ধ্য সূৰ্য্যৰ অলপ আভাস পৰিছেহি।

এনে লাগিছিল যেন তেওঁ নাহিব। কিন্তু তেনে হব নোৱাৰে। মই বাট চাই চলো। ৰদৰ ৰক্ত ৰঙা ৰং সলনি হৈ গল—, আন্ধাৰে আৱৰি ধৰিলে ; কিন্তু তেওঁ নাহিল।

তেওঁ যদি নাহে তেন্তে মই কিয় বাট চাম ? মই কোঠালৈ গৈ বহিলো। কবিতাৰ কিতাপ মেলি ললো। কবিৰ দ্বাৰা ৰচিত মানসিক বিক্ষোভৰ কবিতাৰ বিষয়ে মনোযোগেৰে চিন্তা কৰিবলৈ বিচাৰিলো। হয়তো প্ৰেৰণাৰ পৰা চিন্তা একাগ্ৰ হোৱাৰ সলনি খেলি মেলিহে লাগে। এইদৰে কবিতা পাঠ কৰিলে কেতিয়াবা মন শান্ত হৈ যায়।

"হে জীৱন পতঙ্গ—তই বন্দী সুন্দৰ দেহত, দুখ ভোগ কৰ কালৰ বন্যাত।"

জীৱন-পতঙ্গ বন্দী হৈ গৈছে। তথাপি—? ছিঃ অকনো ভাল লগা নাই। কিতাপ বন্ধ কৰি থলো। নিদ্ৰা দেৱীক উপাসনা কৰি বাগৰ দিলো। তথাপি কানত এটা গুঞ্জন—"হে জীৱন পতঙ্গ তই, হে পতঙ্গ তই…।"

যেন মনৰ মাজলৈ এটা ভূমিকম্পহে আহিল। সোঁকাতি হলো—, তাৰ পাচত বাওঁকাতিহে বাগৰিলো। গুনগুনালো, আকৌ মনে মনে

থাকিলো। এইদৰে কেতিয়া শুলো কব নোৱাৰো। যেতিয়া সাৰ পালো তেতিয়া সমুখত খোৰা আছিল। কিন্তু ঠাণ্ডা হৈ গৈছিল। পেলাই দিবলৈ মন গল। কিন্তু কোনে ইয়াত থৈ গলহি। হয়তো চাকৰে।

মই বিচনাত বহিলো। এটা বিড়ি জ্বলালো। কাৰোবাৰ ভৰিৰ শব্দ শুনা গল। শঙ্কৰ আহি মোৰ আগত থিয় হল। মই একো নকলো। সিয়েই মোক কলে

"ঘৰ ভাড়া" ?

"কালি মই যি কৈছিলো তাতকৈ বেচি কব নোখোজো।"

"নহয়—এইটো কোঠাৰ ভাড়া—।" পিচৰ পৰা এটা মিঠা মাত শুনা গল। সেয়া পঙ্কজমে কৈছিল। মই শঙ্কৰক দেখিছিলে। তাৰ গাতে গা লগাই পঙ্কজমো থিয় হৈ থকা দেখিলো। চাৰিওপিনে চকুফুৰাই চালো। একো নোকোৱাকৈ বিচনাখন মেৰিয়াই ঠিক কৰিলো। বাকচত তলা লগালো। ডুইটা বস্তু একেঠাইতে থলো।

"মই আজি যামকৈ।"

'ভাড়া'—? পঙ্কৰনে আকৌ সুধিলে।

মই উত্তৰ নিদিলো।

"ভাড়া দিয়াৰ পাচত আপোনাৰ বস্তু লৈ যাবহি বুজিছে···" বৰ মিঠা সুৰত পঙ্কজমে কলে।

মই কামিজটো সলাই বাহিৰলৈ যোৱাৰ সময়ত পঙ্কজমে সুধিলে—"চাবি ক'ত ? তাৰ ডুপ্লিকেট নাই।"

"তাতে আছে—।" মই ইঙ্গিত দি খোজ ললো। চিৰিৰে নমাৰ সময়ত প্ৰধান শিক্ষয়িত্ৰীৰ স্বামীয়ো পিচে পিচে আহিল। গেটৰ মুখলৈ অহাৰ পাচত তেওঁ মোক সুধিলে

"তুমিও যোৱা নেকি ?"

"হয়"।

তেওঁ এবাৰ গভীৰ ভাবে নিশ্বাস কাঢ়িলে। তেওঁৰ চকু ঘূৰণীয়া হৈ গৈছিল। আমি ইজনে সিজনলৈ চাই থিয় দি আছিলো। মোৰ

এনে লাগিছিল মই যেন নিজকে চাই আছো। তেওঁৰ কেনে লাগিছিল কব নোৱাৰো।

"বিলাহী লাগে?" ওচৰতে এটা মাত শুনিলো।

"লাগে।"

মই জেপ খুঁচৰিলো। চাৰে ন-অনা আছিল। দুটা পকা বিলাহী কিনিলো। এটা প্ৰধান শিক্ষয়িত্ৰীৰ স্বামীক দি কলো—"খাওঁক, ভিটামিন আছে—"।

আনটো বিলাহী খাই উঠি মই ৰাস্তাত নামিলো আৰু হাত জোকাৰি গুচি আহিলো। বিচনা আৰু বাকচবো জঞ্জাল নাই। কৰিতাৰ সেই অংশটো কানত গুজৰি আছিল—'হে জীৱন পতঙ্গ... এই বিলাহী ভাল...সেই কবিতাও ভাল।

# ভোক আৰু পিয়াহ

—বেট্টুৰ ৰামন নায়াৰ

পোন্ননে বজাবৰ পৰা উভতি আহিছিল। সন্ধিয়া লাগি আহিছিল সেই কাৰণে সি খৰকৈ খোজ দিছিল। ভোকত তাৰ কলিজা মুখেৰে ওলাই যাব লগীয়া হৈছিল। একাপ চাহ খাই লোৱা হলে ভাল আছিল…। দলং পাৰ হোৱাৰ পাচত আৰু একো দোকান নাই। সি জেপে খুচৰি আধলি এটা উলিয়ালে। কালি দেওবাৰ। এটাও পইচা পোৱাৰ সম্ভাৱনা নাই। সোমবাৰে ৰাতিপুৱাও চাহ খাবলৈ আছে। এই আধলিটো ভঙোৱা ঠিক নহব। এইদৰে চিন্তা কৰি সি আধলিটো আকৌ যথাস্থানত থৈ দিলে।

বাওঁপিনৰ দোকানখনত জ্বলি থকা ৰচীডাল দেখি সি জেপৰ পৰা বিড়ি এটা উলিয়াই জ্বলাই ললে। সেই সময়ত ৰঙা বেলুনৰ দৰে দোকানত ওলোমাই থোৱা পকা কলবোৰ দেখি তাৰ জিভাৰ পানী ওলাল। আধলিটো খেপিয়াই চালে আৰু চকুৰেই কলৰ সোৱাদ লৈ আগবাঢ়িল। সি ভাবিলে আধলিটো পাচ্চুনায়ৰক দিলে বৰ ভাল পাব আৰু সোমবাৰেও চাহ পাব। যিয়েই নহওঁক, কিছু দেৰীৰ পাচত তাকেই কৰা হব। সি বিড়িৰ ধোৱা ওপৰলৈ উৰুৱাই ৰাস্তাতে আগবাঢ়ি যাবলৈ ধৰিলে।

ৰাস্তাটো একেবাৰে নিজম হৈ আছিল। দুয়ো কাষে সৰু সৰু গছপুলি লগোৱা আছিল। ফুলৰ মাদকতা ভৰা গোন্ধে সন্ধিয়াৰ বতাহ মতলীয়া কৰি তুলিছিল। তীক্ষ্ণ অস্ত্ৰৰ ধাৰিৰ দৰে বহু দূৰত দিগন্ত উজ্বলি আছিল।

প্ৰকৃতিৰ সৌন্দৰ্য্যত বিভোৰ হৈ পোন্নন আগবাঢ়ি গৈ আছিল। কাষৰ জুৰিৰ 'ঝিৰ, ঝিৰ' শৱদত তাৰ চমক ভাঙিল। এটা সৰু খাল। একেবাৰে নিৰ্মল পানী। গা ধোৱাৰ সুবিধাও আছে। পোন্ননৰ গা ধোৱাৰ সুবিধাতো আছিলেই। সি কাপোৰ খুলি ঘাটত

থৈ দিলে আৰু পানীলৈ নামি গ'ল। ঠাণ্ডা পানীত তাৰ কলিজা শাঁত পৰি গল। বহুপৰলৈকে সি ডিঙিলৈকে পানীত ডুবি পৰি থাকিল। তাৰ পাচত গা মচি কাপোৰ পিন্ধি ললে। পেট ভৰাই পানী খোৱাৰ পাচত সি ভোক আৰু দুৰ্বলতাৰ কথা পাহৰি গল। এটা গীত গুণগুণাই আকৌ আগ বাঢ়িল।

পৃথিবীয়ে অন্ধকাৰ উজাৰি দিছিল। সেই জুৰিটোৰ 'ঝিৰ ঝিৰ' শব্দ এতিয়াও শুনা গৈছিল। সুগন্ধি ফুলৰ মন হৰি নিয়া গোন্ধৰ অনুভূতি জাগি উঠিছিল। পোন্ননৰ চিন্তাধাৰাও প্ৰকৃতিৰ সৈতে এক হৈ গৈছিল। সি ৰোমাঞ্চিত হৈ উঠিছিল। ৰাতিৰ ৰঙীন ৰং ধেমালিৰ কথা তাৰ মনত পৰিছিল। লাজ লাগি সেইবোৰ চিন্তা সি মনৰ পৰা আতঁৰাই থবলৈ বিচাৰিলে। কিন্তু সেই কথালৈ আওকান কৰি বহুতো সুন্দৰ ছোৱালীৰ ছবি তাৰ মনত ভাঁহি উঠিল। সিহঁতৰ পৰশ বিচাৰি তাৰ মন আকুল হৈ পৰিল। সেই আমলখী বেচা আৰু ঘাহঁ কটা ছোৱালীজনী তাৰ মনমুকুৰত প্ৰতিফলিত হল। ছোৱালী আটাই কেউজনী সুন্দৰী আৰু বিশেষকৈ কম বয়সীয়া। লেতেৰা সাজপাৰতো সিহতঁক কিমান ধুনীয়া লাগিছে। ইয়াৰে এজনীকে যদি বিয়া কৰাই পেলাওঁ? কিন্তু সেইটো কেনেকৈ হব? এখন বজাৰৰ পৰা আনখন বজাৰত দোকানে দোকানে ঘূৰি ফুৰা এজনী মানুহৰ লগত সি থাকিবই বা কেনেকৈ? কিমান বছৰৰ পৰা যে সি এনেধৰণৰ মনৰ তৃষ্ণা পলুৱাব পৰা নাই!

হঠাতে পোন্ননে নিজৰ বয়সৰ কথা চিন্তা কৰিলে। তাৰ কেৱল ইমানেই মনত পৰে যে অতি কমেও দহবছৰ ধৰি সি মাইকী মানুহৰ সপোন দেখি আহিছে। দহ বছৰ!

এতিয়াও সি নিজৰাত 'ঝিৰ, ঝিৰ' শব্দ শুনি আছে। সেই বাটৰ বতাহত ফুলৰ গোন্ধ বিয়পি আছে। পোন্ননে নিজৰ যোগ্য ছোৱালীৰ মানস-চিত্ৰ আঁকিলে। সেই ঘাঁহ কটা আৰু আমলখী বেচা ছোৱালীৰ নেদেখা ৰূপকে সি অনুভৱ কৰিব পাৰিছে। সেয়া যিয়েই নহওঁক! নিসঙ্গ জুপুৰীত মোৰ লগত দিন কটাবৰ বাবে এহনী গাভৰু।

আকাশ অন্ধকাৰে আৱৰি ধৰিলে। সেউজীয়া গছবোৰ চিনা টান হৈ পৰিল। গাওঁবোৰত চাকি জ্বলি উঠিল। আলিবাট বোৰ অস্পষ্ট হৈ পৰিল। সেই ঠাইৰ পৰা নিজবাটোয়ে আনফালে গতি কৰিছে।

পোন্ননে চিন্তাৰ পৰা আতঁৰি সচেতন হৈ সমুখলৈ চকু দিলে। কোনোবা মানুহ সেই পিনে গৈ থকা যেন লাগিল। সি আগবাঢ়ি গৈ থাকিল। এটা অব্যক্ত আৰু অসাধাৰণ স্পন্দন। সি তাৰ খোজৰ বেগ বঢ়াই দিলে। সমুখৰ আকৃতিটো লাহে লাহে আগ-বাঢ়ি গল।

চাৰি পাঁচ মিনিটতে গৈ সি ওচৰ চাপিল। সি আচৰিত হৈ দেখিলে সেইজনী এজনী ছোৱালী। তাৰ বুকু কঁপি উঠিল। ঠিক তেনেতে ছোৱালী জনীয়ে ঘূৰি তালৈ চালে। বৰ বেচি কুৰি বছৰীয়া এজনী গাভৰু। তাইৰ কাষলতি তলত এটা টোপোলা। পোন্ননে তাইৰ লগে লগে খোজ ললে। সি তাইৰ লগত কথা পাতিব খুজিছিল। কিন্তু বুকুৰ ধপ্‌ধপ্‌নিৰ কাৰণে তাৰ মুখৰ পৰা এটা শব্দও নোলাল। কিছুপৰ মৌনতাৰে পাৰ হৈ গল। তাৰ জাৰ লাগি আহিছিল। গাটো কঁপিবলৈ ধৰিলে,—দাঁতৰ কট্‌কট্‌নি উঠিল।

ছোৱালী জনীয়ে ভয়, সন্দেহ আৰু বিনয় মিহলি ভাবেৰে তালৈ চাইছিল। কিছুপৰ পাছত তাইৰ তাৰ ওপৰত বিশ্বাস উপজিল বুলি পোন্ননৰ ধাৰণা হ'ল; তাৰ শান্ত স্বভাৱ অৱশ্যে যি কোনো নাৰীৰে বিশ্বাসৰ যোগ্য—এনেদৰে ভাবি সি সাহ গোটাই ললে। "তুমি কলৈ যাবা"? গদ্ গদ্ কণ্ঠেৰে পোন্ননে সুধিলে।

তাই ষোল মাইল আতঁৰৰ গাওঁ এখনৰ নাম কলে।

"তুমি কলৈ যাবা?" তাই সুধিলে।

কিছুপৰ পাচত তাই আকৌ সুধিলে। সি তিনি মাইল আতঁৰৰ বজাৰ বহা ঠাইখনৰ নাম কলে।

অলপ সময় দুয়ো মনে মনে ৰল। পোন্ননে বাৰে বাৰে তাইৰ ফালে চাইছিল। তাই তাৰ পিচে পিচে, মনে মনে আহি আহি আছিল। পোন্ননে সুধিলে "তুমি অকলে তালৈ যাবা নে"?

"ওঁ— কিয় নাযাম" ?

তাই অলস ভাৱে কলে।

"সেইখিনি পোৱাগৈ মানে নিশা দোভাগ হব।"

"ওঁ" ইমানকে কৈ তাই মনে মনে থাকিল। অলপ বেলি তাই মনে মনেই থাকিল।

পোন্ননে আকৌ সুধিলে—"তুমি কৰ পৰা আহিছা ?"

তাই বহু দূৰত এখন ঠাইৰ নাম কলে।

"তালৈ কিয় গৈছিলা ?"

"তাবে এঘৰত কাম কৰিছিলো"।

"তাৰ পিচত" ?

"কাম এৰি এতিয়া উভতি আহিছো।"

"কিয়" ?

তাই অলপ দোধোৰ মোধোৰত পৰিল। আৰু লাজ-লাজকৈ কলে—"তেওঁ এজন ডাঙৰ বিষয়া।"

"কি হল পিচে ?"

"মানুহজন কিন্তু ভাল নহয়।"

"কিয় দৰমহা-পাতি নিদিয়ে নেকি ?"

"দৰমহা দিয়ে, পোৱাখিনিতকৈ বেচিহে দিয়ে।"

পোন্ননে কথাটো অলপ বুজিলে।

"তেন্তে হল কি"

"কাম কৰা মানুহ ৰখাৰ যোগ্য নহয় তেওঁ"—

লাজকুৰীয়া ভাৱত তাই কলে।

পোন্ননে কথাটো বুজিলে—। মানুহজনলৈ তাব ঘিন লাগিল।

"কিয় তেওঁৰ ঘৈণীয়েক নাই নেকি ?"

"ঘৈণীয়েক আছে। ডাঙৰ ডাঙৰ ছোৱালীও আছে। সকলোৰে চকুৰ আৰঁত তেওঁ চাকৰণী ছোৱালীৰ ওচৰলৈ আহে"।

ইতিমধ্যে আন্ধাৰ বহুতো বাঢ়িছিল। কোনোবা বৰ ওচৰত থাকিলেহে মনিব পাৰি। সিহঁত দুয়ো লাহে লাহে আগবাঢ়িছিল।

"তোমাৰ নাম ?"

“মিনু” ।

“ঘৰত কোন কোন আছে ?”

“মা, দুজনী ভণী,—এটা ভাই ।”

“আৰু তোমাৰ ?” তাই সুধিলে ।

“মই অকলে ।”

“মাৰা—দেউতাৰা, তোমাৰ নাই নেকি ?”

“নাই ।”

“ঘৈণীয়েৰা” ?

“নাই” ।

তায়ো নিসহায় । বৰ আন্তৰিকতাৰে তাই তাইৰ কষ্টৰ কথা কবলৈ ধৰিলে । এজন পুৰুষৰ ওচৰত মন উজাৰি দিয়াৰ ইচ্ছা স্বাভাৱিক ।

এইধৰণে কথা বতৰা আগবাঢ়িল । তেনেতে পোন্ননে মন কৰিলে আন্ধাৰ আৰু গভীৰ হৈ আহিছে ।

“এই ডাঠ আন্ধাৰত তুমি অকলে ঘৰলৈকে যাব পাৰিবা বুলি ভাবিছা নেকি ?”

“মই এটা দিয়াচলাই আৰু এডাল মমবাতি কিনি লৈছো ।”

“তাৰে কিমান দূৰ যাবা ?”

ইয়াৰ উত্তৰ তাই দিব নোৱাৰিলে ।

“মমডাল জ্বলাও নেকি ?” কিছুপৰৰ পাচত তাই সুধিলে ।

“নেলাগে” ।

“তুমি কালি ৰাতিপুৱা যোৱাটোহে ভাল হব নেকি ?”

“সেয়া সম্ভৱ নহয়”

সি ভাবিলে মান্তি হলেও সিনো তাইক এই ৰাতিখন ক'ত আশ্রয় দিব ? এই চিন্তাকে কৰি সি আগবাঢ়িল । গাভৰুজনীও চিন্তামগ্ন হৈ পৰিল ।

দুমাইল মান যোৱাৰ পিচত আঠ বাজিল হবলা ! আন্ধাৰত কোনেও কাকো নমনা হ'ল । মাজে মাজে খুন্দাও লাগে । পোন্ননে কিন্তু মম জ্বলাবলৈ কোৱা নাছিল । তাই নিজেও জ্বলোৱা নাছিল ।

এইদৰে গৈ থাকোতে থাকোতে এটা বাটৰ কেকুঁৰিত সিহঁতে অলপ ভয় খাই বৈ গ'ল। আগত এখন তাড়ীৰ দোকান আছিল। তাৰ লেমৰ পোহৰ তালৈকে আহিছে। ৰাস্তাৰ দুয়ো কাষলৈকে কাপোৰ তৰি ডাঙৰ ডাঙৰ আখৰেৰে "তাড়ী" লিখা আছে। তাড়ী খাওঁতাক সেয়ে আকৰ্ষণ কৰি আনে। ঠাই ডোখৰ ৰাতিপুৱাৰ দৰে পোহৰ হৈ আছে। গৰু গাড়ীৰ গাৰোৱান হতে তাত আৰাম কৰে—। গোটেই ৰাতি তাত হুলস্থূল হৈ থাকে।

"চোৱা সৌ তাত পোহৰ আৰু ভীৰ বেচি। বহুতে মোক চিনিও পায়। আমি ৰাস্তাৰ পৰা নামি অলপ আগবাঢ়ি পথাৰ হৈ ইটো ৰাস্তাত উঠিমগৈ—" পোন্ননে কেকুৰিটোলৈ ইঙ্গিত দি সম্ভ্ৰমেৰে কলে।

"মই নাযাওঁ, মই এই পিনেই যাম"

চোৱা, কোনোবা আহিছে। আমাক দেখা পাব। ইয়াত থিয় হৈ থকা উচিত নহব।

আহা, এই পিনে বলা।"

এতিয়া পোন্নন আগে আগে আৰু মিনু পিচে পিচে যাবলৈ ধৰিলে।

সিহঁত আকৌ আন্ধাৰত ডুবি গল। এক ফাৰ্লং যোৱাৰ পাচত পোন্নন ওখ ঠাই এডোখৰলৈ উঠিল। তাৰ পাচত মিনুকো হাতত ধৰি উঠালে। সিহতেঁ আলু আলু ধানৰ খেতি পাৰ হৈ আগবাঢ়ি গল। পোন্ননে মিনুৰ হাতত ধৰি আছিল। সেউজীয়া গছৰ ঘন অন্ধকাৰত সিহতঁ খেপিয়াই খেপিয়াই আগবাঢ়ি আছিল। মিনুয়ে ফোঁপাইছিল।

ঠেক বাট আৰু গড় খাৰৈ পাৰ হৈ সিহতঁ বহুত দূৰ আগবাঢ়ি গল। আকৌ টিলাৰ পৰা তলত নামি ৰাস্তা পালেগৈ। এমাইল ডেৰমাইল যোৱাৰ পাচত বিপদজ্জনক ঠাই ডোখৰ সিহতঁ পাৰ হল। ৰাস্তা একেবাৰে নিজান হৈ আছিল। মানুহৰ আহ্ যাহ্ বন্ধ হৈছিল। এতিয়া পোন্নলৰ অলপ সাহ হল। তাৰ গাৰ কেবা ঠাইতো আচোঁৰ লাগিছিল, সি কিন্তু তালৈ মন কৰা নাছিল।

মিনুয়ে সুধিলে—“তুমি ক'ত থাকা?” “মোৰ থকাৰ কোনো ঠিকানা নাই।”

“তথাপি।”

“কৰবাত পৰি থাকিম।”

সিহঁত আকৌ আগবাঢ়িল। এটা সৰু জুপুৰীৰ কাষ পাই পোন্নন ৰৈ গল। সি কলে “আমি ইয়াতে ৰাতিটো জিৰাই পুৰা যোৱাটো উচিত হব।”

“নাই, মই এতিয়াই যাম।”

তাই তাৰ হাতখন এৰুৱাই যাবলৈ ধৰিলে। পোন্ননে আগবাঢ়ি গৈ তাইক বাট ভেটি ধাৰিলে।

“তুমি অকলে সেই বজাৰ খন পাৰ হব নোৱাৰিবা। কোনোবাই তোমাক ধৰিব। মোৰ কথা শুনা ভাল হব।”

“আহ,—মই নিজক ভাল দৰেই বচাঁব জানো। তোমাৰ মন আছে যদি জুপুৰীটোত থাকা।”

সিহঁত আকৌ যাবলৈ ধৰিলে। এনেতে কিছু দূৰৈত এটা পোহৰ দেখা গল।

“কোনোবা আহিছে—। দেখিব। তুমি জুপুৰীটোলৈ আহা।” সি আবেগত মিনুক কলে।

“নাই, মই নেযাওঁ বুলি আগতেই কৈছো।”

“লাগে যিয়েই নহওঁক।”

“হু।”

পোহৰটো কাষ চাপি আহিছিল। পোন্ননৰ বুকু ভয়তে ধপ্ ধপ্ াবলৈ ধৰিলে। কাষলতি তলৰ পৰা আধলিটো উলিয়াই মিনুক দি কলে—“এইটো আধলি লোৱা—মোৰ ওচৰত আৰু একো নাই। ৰাতিপুৱাৰ গাড়ীতে তুমি যাব পাৰিলা হেতেঁন। ইয়াত ৰৈ যোৱাটোয়েই ভাল আছিল। আহা,—সোনকালে ভিতৰলৈ আহা।”

তাই প্ৰথমতে অলপ সঙ্কোচ কৰিলে। তাৰ পাচত ধৈৰ্য্যৰে সৈতে আধলিটো লৈ সুধিলে—“ইয়াত আৰু কোনো নেথাকে?”

“নাথাকে, এইখন চাহ দোকান আৰু এতিয়া খালি হৈ আছে।

আহা পোহৰটো কাষ চাপি আহিছে, সোনকালে ভিতৰ সোমোৱাহি।"

যেতিয়া পোন্ননে মিন্নুৰ হাতত ধৰিব খুজিলে সি গম পালে তাই আধলিটো ভালদৰে বান্ধিবলৈ লৈছে।

মিন্নুয়ে কলে, "গাড়ীৰে নেযাওঁ—! পইচা মাক দিম।"

সি তাইক ধৰি আগবাঢ়িল। মিন্নু তাৰ পিচে পিচে গল। পোন্ননে জুপুৰীৰ দুৱাৰ খুলিলে। তাৰ পাচত মূৰ দোঁৱাই ভিতৰ সোমাল। পাচে পাচে তায়ো আহিল। ভিতৰ সোমাই পোন্ননে দুৱাৰ বন্ধ কৰি দিলে।

আন্ধাৰত সিহতঁ অলপ পৰ থিয় হৈ ৰল। এতিয়া সিহতঁ— নিৰাপদ! এইদৰে চিন্তা কৰি সি মনৰ ভাৱ প্ৰকাশ কৰিলে আৰু চাকিটো ওপৰৰ এঠাইত থৈ দিলে। নাৰিকল পাতেৰে বিচনা এখন কৰি সি মিন্নুক তাৰ ওপৰত বহিবলৈ কলে।

"চাকিটো আনাছোন।" মিন্নুয়ে টোপোলাটো খুলি খুলি কলে। পোন্ননে চাকি আনি আগত থলে আৰু তাইৰ ওখহা ভৰিখন চাবলৈ ধৰিলে। "এইয়া কি হৈছে?" সি কলে।

"হুঁ। খোজকঢ়াৰ কাৰণে হৈছে।" তাই টোপোলাৰ পৰা কল এটা পোন্ননক দিলে। বিড়ি জ্বলোৱাৰ সময়ত সি দোকানত এনেকুৱা কলকে দেখিছিল। ৰঙা বেলুনৰ দৰে কল। পোন্ননে কলে "তুমি খোৱা, মই চাহ খাইছিলো।"

"মই এটা খাইছো। এতিয়া ভোক লগা নাই।" তাই পোন্ননক কল খাবলৈ জোৰ কৰিলে।

পোন্ননে তেতিয়া কলটো ললে। অলপ খাই বাকী খিনি মিন্নুক খুৱাই দিলে। সি কলে "মই ভাবিছিলো তোমাৰ হাতত কিছু পইচা পাতি আছে—।"

"আহ্! দু'আনা আছিল—। তিনি পইচাৰে কল কিনিলো— বাকী পইচাৰে দিয়াচলাই আৰু মমবাতি।"

"কিন্তু এতিয়াই দেখোন এটা কল খালা বুলি কলা।"

'এই কাৰণেই কৈছিলো মোৰ যে ভোক লগা নাই।

"তেনেহলে কিয় কিনিছিলা ?"

ঘৰলৈ আহিছো। ভাইটোক দিম, এইবুলি ভাবি কিনিছিলো।"

"এতিয়া কি কৰিবা ?"

"কল কিনিম।"—মনত পেলাই তাই আকো ভালদৰে থোৱা আধলিটো খেপিয়াই চালে।

চাকিটো নুমাই থাকিল। নাৰিকলৰ পাতৰ মাজৰ পৰা চিয়ৰি থকা জিলিটোও এতিয়া মনে মনে আছে। কিছু পৰৰ পাচত আকৌ চিয়ৰিবলৈ ধৰিলে। আধাঘণ্টা পাৰ হৈ গল। জিলিটো কিছুপৰলৈ শান্ত হৈ থাকিল। চাৰি-পাঁচ মিনিট মানৰ পিচত আকৌ আৰু জোৰেৰে চিয়ৰিবলৈ আৰম্ভ কৰিলে। সি এইটোকে তাৰ কৰ্তব্য কৰি ললে।

আধা ৰাতি পাৰ হৈ গল। পোন্ননে দুৱাৰৰ খিলি খুলি বাহিৰলৈ ওলাই আহিল। তাৰ গোটেই গাটো ঘামেৰে জুলুৰি জুপুৰি হৈছে। সি মাটিত বহিল। পেটত যেন নিগনিহে দৌৰি ফুৰিছিল। সি দুহাতেৰে পেটটো হেচাঁ মাৰি ধৰিলে। মুখত পেটৰ নাড়ী জ্বলিবলৈ ধৰিছিল। তাৰ চকুয়ে ভোক পলুৱাবলৈ পানী বিচাৰি ফুৰিছিল। কিন্তু পানী ক'ত পাব ? কিছু সময় তাতে বাগৰি থাকিল।

চেচাঁ মাটিত অলপ পৰ বাগৰি সি অলপ আৰাম পালে। সি থিয় হল।

পাচদিনাৰ কথা ভাবি তাৰ মুৰ ঘূৰাবলৈ ধৰিলে। সি ভোক সহ্য কৰিব পৰা নাছিল। পাচদিনা পুৱা চাহৰ দোকানৰ সকলোবোৰ বস্তুকে খাই পেলাবলৈ তাৰ মন গৈছিল। সি ভাবিছিল—হাতত এটাও পইচা নাই। ৰাতিপুৱা কি হব ! সি ভোকতে মৰি থাকিব তাৰ এনে বিশ্বাস উপজিল।

মিনু শুই আছে নেকি ? তায়ো ছাগৈ মোৰ দৰেই ভোকত আছে। কালি খোৱাৰ কথা তাই ছাগৈ মোৰ দৰেই ভাবিছে। অকল নিজৰ কাৰণেই নহয়—গোটেই পৰিয়ালটোৰ কাৰণেও। তাৰ পেটত জুই জ্বলিব ধৰিছে। পোন্ননে উঠি—সাহেকৈ জুপুৰীত সোমালগৈ।

সি দিয়াচলাই জ্বলালে। মেলা চুলিৰে মিনু শুই আছে। সি

হাতৰ কাঠিতাল তাইৰ মুখৰ ওচৰলৈ লৈ গল। মিন্নু ইমান লালকাল টোপনিত যে তাই একোকে গম পেৱা নাছিল। কেনেকৈ শুই আছে! পোন্ননৰ তাইক এবাৰ চোৱাৰো শক্তি নাছিল।

কাঠি ডাল লুমাই যোৱাৰ পাচত পোন্ননে মনতে এটা উপায় বিচাৰিলে। ভোকৰ চিন্তাই তাক আমনি দি আছিল। তীব্ৰ ভোকত তাৰ শৰীৰ আৰু মন দুয়োটা ভাগৰি পৰিছিল। সি মিন্নুৰ ওচৰতে বহিল। মিন্নুৰ গৰম নিশ্বাসৰ এটা সোঁতা তাৰ পেটত লাগিলহি। সি উচ্‌প খাই উঠিল।

পাচদিনাৰ সমস্যাটো তাৰ কাৰণে বৰ ডাঙৰ আছিল। সি সেইটো কেনেকৈ সমাধান কৰিব, সেইটোয়েই তাৰ চিন্তাৰ কাৰণ হল।

সাৰ পোৱাৰ পাচত মিন্নুৰ মনতো এই প্ৰশ্নই জাগিব। তাইৰো ভোক লাগিব। আমাৰ দৰে আৰু কিমান মানুহ এইদৰে ভোকতে আছে—পোন্ননে ভাবিলে। মই হতভগীয়াই কি কৰিব পাৰো!

পোন্ননে সাৱধানে মিন্নুৰ ওচৰত বহি তাইৰ আচলখন খেপিয়াই চালে। তাই সুখ-নিদ্ৰাত বিভোৰ। হয়তো দেৱলোকৰ সপোন দেখিছে। পোন্ননে লাহেকৈ তাইৰ আচলৰ গাঠি খুলিলে। তাইক ইন্দ্ৰলোকত দেৱৰাজৰ কোলাত মূৰ থৈ শোৱা উৰ্বশী হৈ শুই থাকিবলৈ দিয়া। পোন্ননে আধলিটো উলিয়াই ললে। থিয় হৈ সি এইবাৰ ঘোৰ অন্ধকাৰতে মিন্নুলৈ চালে। দুখ আৰু কৃতজ্ঞতাৰ ভাবেৰে!

যিজনে মুখ দিছে তেওঁ খাবলৈকো দিব। এইদৰে ভাবি পোন্নন বাহিৰলৈ ওলাল আৰু লাহে লাহে ৰাস্তাৰে আগুৱাই গল!

---

# জয়মালা

—নাগৰল্লী, আৰ. এস. কুৰুপ

দক্ষিণ ভাৰতৰ আটাইবোৰ চহৰেই সিহঁতৰ চিনাকি। যতেই মানুহৰ সমাগম হয় ততেই সিহঁত ওলাইগৈ।

মানুহটো ওখ ফীন আৰু কলা বৰণৰ। দীঘল ডাঢ়ি কোচাই, বঙা আৰু ঘূৰণীয়া চকুয়ে তাৰ মুখখন গহীন কৈ তুলিছে। মানুহটোৰ কান্ধত এটা মোনা, মূৰত চাৰি পাঁচটা মান ঘূৰণীয়া পাচী। ঘৈণীয়েক আৰু এটা শিশু মানুহটোৰ পাচে পাচে গাৰ ছাঁৰ দৰে ঘূৰি ফুৰে।

যেতিয়া মানুহটোয়ে পাচীবোৰ নমাই মাটিত থয় ঘৈনীয়েকে মোনাৰ পৰা বাজনা এটা উলিয়াই বজাবটল ধৰে আৰু তেতিয়া সিহঁতৰ খেল আৰম্ভ হয়। সাপ নচুওৱা মানুহটোয়ে পেঁপা বজাবলৈ আৰম্ভ কৰে আৰু লগে লগে পাচীত থকা সাপে ফোঁচ ফোঁচাবলৈ ধৰে। যেতিয়া মানুহ গোট খায় তেতিয়া সি পাচীৰ ওপৰৰ ঢাকনি গুচাই দিয়ে। বাপৰে! পাচী খুলি দিয়াৰ লগে লগে এটা ভয়ঙ্কৰ সাপে বাহিৰ খন দেখা মাত্রেই চাৰিওপিনে চকু ফুৰাই চাবলৈ ধৰে। দৰ্শক সকল বিস্মিত হৈ যায়। অন্যায় কৰিব নোৱাৰাকৈ পোৱা সত্বেও সেই ভয়স্কৰ সাপটো দেখিলে কাৰনো ভয় নলগাকৈ থাকিব পাৰে বাৰু?

সাপবাজীকৰৰ পেপাঁৰ শব্দ শুনিলে সাপটোয়ে ফণা তুলি লগে লগে নাচিবলৈ ধৰে। তাৰ সেই কাম সঁচাকৈয়ে মানুহক আকৰ্ষণ কৰিব পৰা বিধৰ।

সেই সাপ বাজীকৰটো সুদক্ষ শিল্পী। নিজৰ কলা সফল কৰি তুলিব পৰা সকলো গুণ তাৰ আছে। যেতিয়া সি পেপাঁ বজায় মানুহে শুনি ভোল যায়। মানুহৰ ভীৰ হোৱাৰ পাচত সি খেল আৰম্ভ কৰি দিয়ে আৰু ঘৈণীয়েকৰ সৈতে কথোপকথনৰ মাধ্যমেৰে বহুপৰলৈকে খেল চলাই থাকে। তামিল আৰু মালয়ালম দুয়োটা ভাষা মিলাই সিহঁতে প্রশ্ন-উত্তৰৰ মাজেৰে খেলা দেখুৱায়।

“ঐ মানুহহনী, এইটো কি সাপ ?” সি ঘৈণীয়েকক সুধিব।

‘ভাল সাপ’ তাই উত্তৰ দিব।

“যদি খুটিয়ায় ?”

“বেয়া সাপ।”

“বেয়া সাপে খুটিয়ালে কি হয় ?”

“অধোগতি”

“এনে হলে কি কৰিব লাগে ?”

“সেই পেপাঁটো বজাব লাগে ?”

“পেপাঁ বজালে ?”

“সাপে নাচিব”

“ঠিক আছে তই বৰ জ্ঞানী।—পেপাঁ বজালে সাপে নাচিব। তেতিয়া সি নুখুটিয়াব। ঠিক আছে নহয় ?”

“ওঁ”

সি পেপা বজায়। সাপে নাচে। পাচীবোৰ খুপি সি মানুহক সাপ দেখুৱায়। মানুহে আপোন পাহৰি সাপৰ নাচত মগ্ন হৈ পৰে। দৰ্শকক সি নিজৰ প্ৰকৃত জীৱনৰ কথা কৈ শুনায়।

সি ছোৱালী জনীলৈ চাই কয়—“এই ছোৱালী এইপিনে আহ।”

তাই তাৰ ওচৰ পায়হি।

“তোৰ নাম ক”

“সাপ বাজীকৰৰ ছোৱালী”

“কিমানদিন নোখোৱাকৈ আছ ?”

“চাৰিদিন”

“চাৰিদিন”…।

“ওঁ”

“ঐ সাপ বাজীকৰৰ ছোৱালী ! তই কেনেকৈ জীয়াই আছ ?”

“সাপ বাজীকৰৰ জীয়েকৰ গতি এনেকুৱাই”

“কেনেকুৱা ?”

“ভোক”

‘শুনক ৰাইজ’—। সি দৰ্শকলৈ চাই কয়।

"আপোনালোকৰ ছোৱালীৰ দৰেই তায়ো এহনী ছোৱালী। তাই চাৰিদিন ভোকতে আছে কাৰণ তাই সাপবাজীকৰৰ ছোৱালী।"

সি দৰ্শকৰ সমুখত সচাঁকৈয়ে এটা নিষ্ঠুৰ আৰু গহীন প্ৰশ্ন তুলি ধৰে।

সি কয় "এই কথকী ছোৱালী, তই শান্ত হ। তই আজি খাবলৈ নিশ্চয় পাবি। মোৰ কথা শুনিবি নে?"

'শুনিম।'

"চাবাচ্। ছোৱালীক বিয়াৰ কাৰণে কিহৰ মালা লাগে?"

"ফুলৰ মালা।"

"সাপ বাজীকৰ ছোৱালীক বিয়াৰ কাৰণে কিহৰ মালা লাগে?

"সাপৰ মালা।"

"ঠিক আছে। এই সাপৰ মালা পিন্ধি ভিক্ষাৰ পাত্ৰ লৈ এই সকল মহানুভৱৰ ওচৰলৈ যা। তাই কিবা খাবলৈ নিশ্চয় পাবি।"

ডিঙিত সাপৰ মালা পিন্ধি বাচন এটা লৈ অহা ছোৱালী জনীক সকলোৱে কিবা নহয় কিবা এটা দিবই। নিজৰ পেট ভৰাবৰ কাৰণে নিষ্ঠুৰ জাৰ এটা ডিঙিত পিন্ধা ছোৱালী জনীৰ প্ৰতি সহানুভূতিত নহয়, মন কোমল হৈ পৰে বুলিও নহয়, কেৱল সেই ভয়ঙ্কৰ দৃশ্যৰ পৰা অব্যাহতি পোৱাৰ মানসেৰেহে!

সিহঁত কোন দেশৰ মানুহ কোনেও নেজানে। নাম কি। তিনিটা মানুহৰ এই পৰিয়ালটোৱে নিৰুদ্দেশ যাত্ৰা কৰি ফুৰে।

সেই পৰিয়ালটোৱে মাটিৰ ওপৰত বা চালৰ তলত ঘৰ সজা নাই। কোঠাৰ ভিতৰৰ অশুদ্ধ বতাহৰ উশাহ লৈও সিহঁত জীয়াই নেথাকে। উন্মুক্ত পৃথিবীৰ মুকলি বতাহত সিহঁতে উশাহ লয়। সেই পৰিয়ালটোৰ পাৰস্পৰিক মিলা প্ৰীতিৰ তুলনা টকা পইচা বা পাৰ্থিব আন কোনো বস্তুৱে কৰিব নোৱাৰি। সিহঁতৰ জীৱন ভালপোৱাৰে পূৰ্ণ। সীমাতে নিৰ্ণয় কৰা নিৰ্দিষ্ট এডোখৰ ঠাই, বৰষুণৰ হাত সাৰিবলৈ এটা জুপুৰী; ভৱিষ্যতৰ বাবে সঞ্চয় কৰা পইচা আদিৰ পৰা সিহঁতৰ জীৱন ভালেখিনি নিলগত! ঠায়ে-ঠায়ে ঘূৰি ফুৰা এই পৰিয়ালটো বাস্তৱিকতে উচ্চকলাৰ সজীৱ নিদৰ্শন।

এই পৰিয়ালটোৰ অন্তৰালত এটা প্ৰণয় কাহিনীও আছে হবলা। কিছু বছৰৰ আগেয়ে সেই মানুহজনী আৰু মানুহটোয়ে প্ৰেম বন্ধনৰে বান্ধ খাই একেলগে জীৱন কটাবলৈ স্থিৰ কৰি লৈছিল ছাগৈ। বহল আকাশৰ তলত, জোন তৰাক সাক্ষী কৰি সিহঁতে নিজ নিজ জীৱন ইটোয়ে আনটোক সমৰ্পণ কৰিছিল ছাগৈ। একেবাৰে বন্ধন মুক্ত, ইফালে সিফালে ঘূৰি ফুৰা এটা পুৰুষে এজনী জীৱন-সঙ্গিনী আৰু অবলা নাৰীৰ আশ্ৰয়ৰ ৰূপত এটা পুৰুষ সিহঁতে লাভ কৰিছিল। সিহঁতৰ সুন্দৰ মিলনৰ ফল—সেই ছোৱালীজনী !

সেই পৰিয়ালটোৰ বন্ধনৰ এক মাধুৰ্য্য আৰু দৃঢ়তা আছে। সেয়া অকল বাহ্যিক নহয়। স্বামীৰ প্ৰযত্নৰ ছায়াত পত্নী, আৰু পিতৃৰ সম্পত্তিৰ ওপৰত সন্তানৰ জীৱন ইহঁতে অতিবাহিত নকৰে। ইহঁতে ইটোয়ে সিটোক আশ্ৰয় দিয়ে—ইহঁত জীৱনৰ প্ৰকৃত নিদৰ্শন।

সেই পৰিয়ালটোয়ে বহুত ঠাই ঘূৰিছে। দক্ষিণ ভাৰতৰ বহুতো ঠাইত সিহঁতে বহুবাৰ নিজৰ কলা প্ৰদৰ্শন কৰিছে। বহুতো মন্দিৰ আৰু ধৰ্মশালাৰ সিহঁতে নিশা কটাইছে। হাজাৰ হাজাৰ মাইল যাত্ৰা কৰি কৰি সেই পৰিয়ালটোয়ে আগ বাঢ়িয়েই আছে।

সিহঁতৰ কাৰণে খাবলৈ পোৱাটোও অনিশ্চিত। দৰিদ্ৰতাৰ জীৱন্ত ছবি সেই পৰিয়ালটো। জীৱনৰ সুদীৰ্ঘ যাত্ৰাপথৰ দুখ কষ্টৰ মাজেৰে ভয়ভীত নোহোৱাকৈ দৃঢ়তাৰে সিহঁত আগবাঢ়িয়েই থাকে।

আৰু চাৰি পাঁচটা বছৰ পাৰ হৈ গল ! পৃথিৱীত এই সময় ছোৱাত বহুতো ৰোমঞ্চকৰ পৰিবৰ্তন হ'ল। ইমান পৰিবৰ্তন হল যে কিছুমান চহৰ চিনিবই নোৱাৰা হৈ পৰিল। নতুন নতুন আবিস্কাৰৰ চিন স্বৰূপে চহৰ বোৰৰ বহুত পৰিবৰ্তন সাধন হ'ল। ৰাষ্ট্ৰীয় প্ৰগতিৰ নিয়ম অনুসৰি বহুতো নতুন কামৰ সূচনা হল। যাৰ ফলত বহুতে পুৰণিক এৰি নতুনক সাৱটি ললে। কিন্তু সাপ বাজীকৰৰ জীৱনত একো পৰিবৰ্তন নহল।

পুৰণি পাচীৰ বোজা লৈ সি আগৰ দৰেই খেলা দেখুৱাই যাবলৈ ধৰিলে। সময়ৰ বলিষ্ঠ হাতে সাপ বাজীকৰৰ ওচৰত পৰাজয়

মানিলেও সময়ে শৰীৰৰ যথেষ্ট পৰিবৰ্ত্তন আনি দিলে। অনন্ত যাত্ৰাত শৰীৰ দুৰ্বল হৈ পৰিল। বহুবছৰৰ নিৰবিচ্ছিন্ন যাত্ৰাৰ পাচত আজি আৰু তাৰ ভৰি আগবাঢ়িব নোখোজে। জীৱন-যুদ্ধৰ আঘাতত শৰীৰ ভাগৰি পৰিল। সাপ বজীকৰৰ আত্মাই তাক সঁকিয়াই দিলে যে সময়ৰ সমুখীন হোৱাৰ শক্তি আৰু তাৰ নাই। শক্তিহীন হৈ একেঠাইতে পৰি থাকিবলগীয়া হোৱাত সি বৰ আঘাত পাইছিল।

তাৰ একমাত্ৰ ছোৱালী জনীক পৃথিবীয়ে এই দহটা বছৰত বহুত ধৰণে গঢ়ি তুলিলে। তাৰ সেই শান্তশিষ্ট ছোৱালীজনী আজি লাৱণ্যময়ী তৰুণী। কষ্টৰ সক্ষম হাতৰ পৰশত তাইৰ অঙ্গ-প্ৰত্যঙ্গ সুন্দৰ, সুডোল হৈ পৰিছিল।

তাইৰ চেহেৰাত এক বিশেষ আকৰ্ষণ আছে। চহৰৰ ছোৱালীৰ দৰে তাইৰ বাহিৰা আড়ম্বৰ নাছিল। সাধাৰণ কাপোৰ এখনতো তাইৰ সুন্দৰ, সুডোল শৰীৰ আৰ্কষণীয় হৈ পৰিছিল। জন্মেৰে পৰা কষ্টৰ মাজত জীৱন কটোৱা বাবে তাইৰ শৰীৰ কঠোৰ হৈ পৰিছিল। কামাতুৰ পুৰুষৰ তীক্ষ্ণ দৃষ্টি আৰু প্ৰলোভনৰ বিৰুদ্ধে থিয় দি পৰাস্ত কৰিব পৰা পূৰ্ণ ক্ষমতা তাত আছিল।

জীয়েকৰ যৌৱন প্ৰাপ্তিয়ে বাপেকক চিন্তিত কৰিছিল। যৌৱনৰ দুৱাৰ দলিত সলজ্জ ভাবে থিয় হৈ থকা জীয়েকে এটা জীৱন্ত প্ৰশ্ন-বোধক চিনৰ দৰে তাৰ সমুখত বৈ আছিল। সকলো পিতৃমাতৃ এই প্ৰশ্নত ভাগৰি পৰে। আজিৰ ব্যৱসায়ীক পৃথিবীৰ বিয়া এটা ডাঙৰ সমস্যাত পৰিণত হৈছে। ধনৰ প্ৰলোভনত বিয়া কৰোৱা লৰাৰ কাৰণে এই পৃথিৱীৰ দুখীয়া ঘৰৰ ছোৱালী অবিবাহিতা হৈয়ে থাকিব লগা হয়। বিশেষকৈ এজনী দুখীয়া সাপ বাজীকৰৰ ছোৱালী যাৰ দেউতাকৰ যৌতুকত দিবলৈ দুই তিনিটা বুঢ়া সাপৰ বাহিৰে একোৱেই নাই। আজিৰ পৃথিবীত সাপবাজীকৰৰ কাম গ্ৰহণ কৰিবলৈ কোন ডেকা লৰা সাজু হব ?

উত্তৰ বিহীন এই প্ৰশ্নৰ সমুখত বেচেৰাৰ পিতৃহৃদয় কঁপিবলৈ ধৰে।

সেই নিশা জীয়েকৰ টৌপনি অহাৰ পাচত মাকে গিৰিয়েকক লাহে লাহে সুধিলে—"ছোৱালীলৈ লৰা বিচাৰিব নেলাগে জানো ?"

"সাপবাজীকৰৰ ছোৱালী বিয়া কৰাবলৈ কোন আহিব।"

"এৰা, ঈশ্বৰেই ৰক্ষা কৰিব।"

এইদৰে সিহঁতে নিজৰ চিন্তাৰ ভাৰ ভাগৱানৰ চৰণত সঁপি দিয়ে।

কিছুপৰৰ পাচত মাকে নিজকে সোধে—ভগৱানে এই ছোৱালী জনী আমাক কিয় দিলে? আৰু যদি দিলেই দুখীয়াকৈ কিয় জনম দিলে?

সেই প্ৰশ্নৰ উত্তৰ বিধাতাই কি দিব পাৰে?

মাজ নিশাৰ নিস্তদ্ধতাত পাৰ্থিব যন্ত্ৰণা পীড়িত হৃদয়ৰ তলীৰ পৰা এই প্ৰশ্ন গুজৰি উঠে। সেই সময়ত এনে লাগে যেন প্ৰকৃতিয়েও উশাহ বন্ধ কৈ ৰৈ যায়। ওচৰৰ গছত বহি থকা হলো বান্দৰে 'হু' শৱদেৰে সেই কথাত সহাঁৰিহে দিয়ে।

শুই থকা জীয়েকলৈ চাই মাকে কয়—বেচেৰী! শুই আছ! তই কিয় এই পাপিনীৰ পেটত জনম ললি?

বিশ বছৰৰ আগতে ছোৱালী জনীক জনম দিয়াৰ সময়ত তাইৰ সৌন্দৰ্য্য দেখি মাকে প্ৰসৱ বেদনা পাহৰি গৈছিল। তাই তেতিয়া ভবা নাছিল যে ভবিষ্যতে এইদৰে সুধিব লাগিব। কেচুৱাৰ কান্দোন শুনি তৃপ্ত দেউতাকেও এইদৰে ভবা নাছিল যে তাই এটা বিৰাট সমস্যাৰ ৰূপ লবগৈ।

ছোৱালী জনী লাহে লাহে ডাঙৰ হল, হাত ভৰি চলাচল কৰিলে, খোজ কাঢ়িলে তেতিয়াও সি ভবানাছিল যে তাইৰ বাঢ়ি অহা বয়সে এটা গভীৰ সমস্যা হৈ তাৰ সমুখত থিয় দিবহি।

টকাই সকলো বুলি ভবা এই পৃথিৱীৰ এই ছোৱালীজনী গাভৰু হৈ পৰাত দুখতে তাৰ বুকু ভুকুৱাবলৈ মন মায়।

মাক দেউতাকৰ অন্তৰৰ বোজাই জীয়েককো বেঢ়ি ধৰিলে। সাৰে থকা জীয়েকে মাক দেউতাকৰ কঠোৰ বেদনা সিহঁতৰ কথা বতৰাৰ মাজেতে বুজি পাইছিল। তাৰ পাচৰ পৰা তাইৰো অন্তৰ কঁপিবলৈ ধৰিলে। তায়ো তাইৰ অন্তৰৰ ভাৰ করুনাকৰ ভগৱানৰ ওপৰতে সমৰ্পণ কৰি সন্তুষ্ট হৈছিল।

কিছুদিনৰ পৰা সেই ডেকাটো সিহঁতৰ পিচে পিচে ঘূৰিবলৈ

লৈছে। তাৰ মনৰ ভাব বুজিবলৈ সাপ বাজীকৰৰ বাকী নাছিল তথাপি তাৰ নিজৰ মুখৰ পৰাই সি শুনিবলৈ বিচাৰিছিল। সেইকাৰণে বাজীকৰে তাক একো সোধা নাছিল।

এদিন সিন্ধিয়া ডেকা সিহঁতৰ ঘৰলৈ আহিল আৰু মনৰ কথা কলে।

সাপবাজীকৰে তাৰ মূৰৰ পৰা ভৰিলৈকে চাই সুধিলে—

"তোৰ মাৰ—দেউতাৰ জীয়াই আছে ?"

"নাই।"

"তই মোৰ কাম জান ?"

"জানো—মই সাপবাজীকৰৰ জাতৰ মানুহ, মোৰ দেউতাহঁতও সাপ নচুৱাইছিল।"

"তই এই কাম কৰিবলৈ সাজু নে ?"

"হয়।"

"তোৰ ঘৰ আৰু পৰিয়ালৰ আন মানুহ আছে নে ?"

"নাই—মই অকলে ঘূৰি ফুৰো।" সাপ বাজীকৰ মনে মনে থাকিল। নিজৰ দৰে গোটেই পৃথিবী ভ্ৰমি ফুৰা এটা লৰা জোঁৱাই হয় যদি। … "

দুখীয়াৰ বন্ধু দুখীয়াই।

অলপ দেৰী ভবাৰ পাচত সাপ বাজীকৰে ডেকাক কলে—'ঠিক আছে, যদি এয়েই হয় তেন্তে চহৰৰ কাষৰ হাবিলৈ গৈ এটা ভাল জাতৰ সাপ ধৰি আনগৈ। মোৰ ছোৱালীয়ে সৰুৰে পৰা সাপৰ মালা পিন্ধি আহিছে। তই তাৰ বিষ দাঁত উভালি মোৰ ছোৱালীৰ ডিঙিত পিন্ধাই দিবি। তাৰ পাচত তহঁত দুয়োৰে বিয়া পাতি দিয়া হব।

সৰুৰে পৰা সাপৰ মালা ডিঙিত পিন্ধা ছোৱালীক জয়মালাৰ ৰূপতো সেই সাপৰ মালাই পিন্ধাব লাগিব। এয়াই তাইৰ দেউতাকৰ ইচ্ছা। সেই কথা শুনি ডেকাজন মনে মনে থিয় দি থাকিল।

সাপবাজীকৰে কলে—"মোৰ জীৱিকা মোৰ লগতে শেষ হবলৈ দিয়া উচিত নহয়। সেই কাৰনেহে মই এইদৰে কৈছো।" সেয়ে তাৰ ইচ্ছা—! পৰম্পৰা ধৰি চলি অহা জীৱিকা। তাৰ লগতে যেন

শেষ হৈ নেযায়। সেই জীৱিকা চলাই ৰখাৰ ক্ষমতা ভাবী জোৱায়েকৰ আছে নে নাই জানিব লাগিব। এই পৰীক্ষা তাঁৰ বাবেই।

ডেকাই তেওঁক নমস্কাৰ জনাই গুছি গল। অলপ পৰ তালৈ চাই থাকি সাপ বাজীকৰে কলে—"ধৈৰ্য্যৰে সৈতে যা। ভগৱানে তোক ৰক্ষা কৰক।"

—সিহঁতৰ মাজত হোৱা কথাবতৰা ছোৱালীহনীয়েও শুনিলে। ছোৱালীৰ কথা কিছুপৰলৈ সি যেন পাহৰিহে গৈছিল। সি গম পোৱা নাছিল যে জীয়েকৰো ডেকাৰ প্ৰতি আকৰ্ষণ আছে। তাৰ ৰূপ সৌন্দৰ্য্যও তাইৰ ভাল লাগিছিল। ছোৱালীৰ মনৰ কথা জনা হলে হয়তো সি ডেকাক ইমান ডাঙৰ এটা পৰীক্ষাৰ সমুখীন হবলৈ নকলে হেতেঁন!

সেই হাথিখনত বহুত সাপ আছে বুলি জনাজাত আছিল। ডেকা টোয়ে পেপাঁ লৈ সেই হাবিঁৰ ওচৰলৈ গল আৰু কুল দেৱতাক অভিবাদন জনাই পেপা বজাবলৈ ধৰিলে। কিছুপৰৰ পাচত হাবিত ইফালে সিফালে পাতবোৰ লৰচৰ হোৱাৰ শব্দ শুনা গল। শুনি সি আৰু বেচি উৎকণ্ঠাৰে পেপাঁ বজাবলৈ ধৰিলে।

হাবিত এটা ভয়ঙ্কৰ ফোঁচ ফোঁচানি শুনা গল। সি বৰ ভয় খালে। কিন্তু আকৌ আৰু জোৰে পেপাঁ বজাবলৈ ধৰিলে। চাৰি পাচ ঘণ্টা অতিবাহিত হল। পেপাঁৰ মাতত আকৃষ্ট হৈ বাহিৰলৈ ওলাই অহা সাপটো দেখি ডেকাৰ চকু ওলাই অহাৰ দৰে হল। এটা ভয়ঙ্কৰ কলা সাপে ফনা তুলি তাৰ সমুখত নাচিবলৈ ধৰিলে। তাৰ জ্বলি থকা চকু পেঁপাত নিবদ্ধ। যদি সি পেপা বজোৱা বন্ধ কৰে বা অলপমানো লৰচৰ কৰে সাপেঁ খুটিয়াই দিব। নিজৰ বহা ঠাইৰ পৰা লৰচৰ নকৰাকৈ, পেপাঁৰ শব্দ কম নকৰাকৈ সাপৰ ডিঙত ধৰিব লাগিব।

এই দৃশ্য দেখিলে কঠোৰ হৃদয়ো গলি হেতেঁন। ইমান কঠিন পৰীক্ষা।

তাৰ এনে লাগিছিল যেন তাৰ জীৱন তেনেই ক্ষন্তেকীয়া—আৰু কোনো এক ক্ষীণ তন্তুক আশ্ৰয় কৰি ওলমি আছে। তাৰ মূৰ লৰচৰ কৰি থকাৰ লগে লগে গাটোও লৰি আছিল।

সি আৰু জোৰে পেপাঁ বজাবলৈ ধৰিলে।

সেইদিনা পুৱাৰে পৰা সাপ বাজীকৰৰ জীয়েকৰ মন চিন্তাকুল হৈ আছিল। তাইৰ ভাবী স্বামীৰ পৰীক্ষাৰ সংক্ৰান্তত তাইৰ মনত এক অনিষ্টৰ আশঙ্কা উদয় হৈছিল। যিমানে সময় যাবলৈ ধৰিলে তাইৰ ভয়ো বাঢ়িবলৈ ধৰিলে। দুপৰীয়া হোৱাৰ পাচতো ডেকাক নেদেখি তাইৰ এনে লাগিছিল যেন তাইৰ বুকুৰ ধপ্ধপ্নি বন্ধ হৈ যাব। মাক দেউতাকে নেদেখাকৈ তাই হাবিৰ ফালে লৰ ধৰিলে।

সাপটো তাৰ সমুখত নচা দুঘণ্টা পাৰ হৈ গল। ইমান সময় পাৰ হোৱাৰ পাচতো ডেকাই তাক ধৰিব নোৱাৰিলে। হাতখন লৰিলেই সি ফোঁচ ফোঁচাই আগলৈ ফণা মাৰি পঠিয়াব। তাৰ এনে লাগিছিল যেন সাপটোৱে তাৰ উশাহৰ শব্দও মনোযোগেৰে শুনি আছে। ইমান দেৰীলৈকে পেপাঁ বজোৱাৰ কাৰণে তাৰ কলিজা ফাটিবলৈ ধৰিছিল। সি ঘামত তিতি গৈছিল। তাৰ চকু ৰঙা পৰিছিল। তাৰ এনে লাগিছিল যেন অলপ পৰৰ পাচতে সি অৱশ হৈ পৰি যাব। তাৰ এনে ভাব হৈছিল যেন তাৰ আৰাধণাৰ মূৰ্তি সমুখতে থিয় হৈ আছে। তাৰ স্বৰ্গগত মাতা-পিতাই যেন দূৰৈৰ পৰা হাত বাউল দি মাতি আছে। তাৰ মূৰ ঘূৰিবলৈ ধৰিলে—। কাণত বহুতো অস্পষ্ট শব্দই গুঞ্জন তুলিবলৈ ধৰিলে।

তথাপি সি পেপাঁ বজায়েই থাকিল।

তাই সেই দৃশ্যৰ ভয়াবহতা উপলব্ধি কৰি চিয়ৰি উঠিল। মাত শুনি সি ঘূৰি চালে আৰু সেই সময়তে সাপটোৱে খোঁট মাৰি দিলে।

কঠিন বেদনাত সি সাপটোৰ মূৰটো খামোচ মাৰি ধৰিলে। সাপটোৱে ছাটি ফুটি কৰিছিল কিন্তু সি এৰি নিদিলে।

চিয়ৰি থকা ছোৱালী জনীক সাপ ডাল দেখুৱাই সি কলে— “চোৱা, এই ডালেই মোৰ জয়মালা—”

গাভৰুয়ে কান্দোন একেবাৰে বন্ধ কৰিলে। হেজাৰ বিজাৰ মুক যুক্তি তাইৰ মূৰত খেলাই গ'ল।

তাইৰ দৃষ্টি কঠোৰ হৈ পৰিল। যেন তাই কিবা দৃঢ় প্ৰতিজ্ঞাহে

কৰি ললে। তাই তাৰ ওচৰত মূৰ তলকৈ থিয় হল আৰু জোৰকৈ কলে—"মোৰ ডিঙিত পিন্ধাই দিয়া"

সি উচ্‌প খাই উঠিল। প্ৰেমৰ প্ৰত্যক্ষ ৰূপ দেখি সি চমকি উঠিল।

"সময় হল, ডিঙিত পিন্ধাই দিয়া" তাই কলে।

তাৰ গোটেই শৰীৰ বিষত নীলা হবলৈ ধৰিলে। কপাঁ অন্তৰেৰে সি চিয়ৰিলে—

"মোৰ পত্নী"

"মোৰ স্বামী"

প্ৰেম সাহিত্যৰ কৃত্ৰিম শব্দৰ লগত অপৰিচিত দৃষ্টি আত্মাৰ প্ৰেম সেই সৰু বাক্যৰ মাজতে উদ্ভাসিত হৈ উঠিল। সিহতঁৰ যি কবলগীয়া আছিল সকলো সেই শব্দেৰেই স্পষ্টভাৱে কৈ দিয়া হ'ল।

মাথোন দুটা শব্দ—"মোৰ পত্নী", "মোৰ স্বামী। বিশ্বৰ প্ৰেম কাব্যৰ সাৰাংশ সেই শব্দতে লুকাই আছিল।

"মালা নিপিন্ধোৱা" ? তাই অধীৰ হৈ কলে।

সি কপাঁ হাতেৰে উৎকট বেদনাত ফোঁচ ফোঁচাই থকা সেই জয়মালা তাইৰ ডিঙিত পিন্ধাই দিলে।

সাপ ডোৰে তাইৰ ডিঙিত মেৰ খাই ফোঁচ ফোঁচালে আৰু তাইক খুটিয়াবলৈ ফেট তুলিলে।

'মোৰ পত্নী' উচ্‌প খাই সি বাগৰি পৰিল। "মোৰ স্বামী" এই বুলি তায়ো ডেকাৰ কাষতে বাগৰি পৰিল।

জীৱনেৰে নহয় মৃত্যুৰে সিহতঁৰ মিলন ঘটোৱা সেই জয়মালা লাহে লাহে হাবিলৈ গুছি গ'ল।



# ফ্রিজ

—ঈ. এম. কোব্ৰ

খোৱা কোঠাৰ পশ্চিম ফালে এখন খাটৰ ওপৰত ৰেফ্রিজেটৰ বা ফ্রিজিডিয়ৰটো তুলি থোৱা আছে। সেই বদমাচটোক দেখিলে মোৰ দুটা কথা মনলৈ আহে—। এটা—উত্তৰ ভাৰতৰ কবৰাত দেখা বগা মাৰ্ব্বলৰ শিৱলিঙ্গ আৰু আনটো বগা কাপোৰেৰে মূৰ ঢাকি ৰুটী বা পুৰী খাই থকা শকত গুজৰাটী বোৱাৰী। ইয়াৰে দ্বিতীয়টো উপমা মই এদিন মোলীকুট্টীক কৈছিলো। মেনেজাৰ মেননৰ ঘৰত দেখি অহা নতুন ধৰণৰ 'টিকজি' টো গোঁথাত ব্যস্ত মোলীয়ে মোৰ কথা শুনি মূৰ তুলি 'হোম টাস্ক' কৰি ননাকৈ শ্রেণীলৈ অহা ছাত্রক প্রধান শিক্ষয়িত্রীয়ে চোৱা দি চালে। ক'লে—"জোনীকুট্টী এনেধৰণৰ বেয়া কথা কোৱাতকৈ মনে মনে থাকাচোন।" গুজৰাটী তিৰোতাৰ দৰে "তোমাৰ সদায় বেয়া কথাতহে মন।" এইবুলি কৈ তেওঁ আকৌ টিকজি গোঁথাত মগ্ন হ'ল। তেওঁ বঙা সূতাঁৰে 'জেক এণ্ড জিলৰ' প্রতিকৃতি তুলি আছিল। এবাৰ প্রথম উপমাটোৰ কথাও কবলৈ মন গৈছিল, কিন্তু ··· ··· ।

এনেকুৱা কিয় হয়? এই বিষয়ে মই বহুবাৰ ভাবিছো। মাইকী মানুহে সঙ্গীত ভাল পায়। কবিতা আৰু ভাল উপমা হৃদয়ঙ্গম কৰাৰ ক্ষমতাও মাইকী মানুহৰ আছে। এইদৰে কিমান মানুহে তিৰোতাক প্রশংসা কৰি কয়। কিন্তু মই নিজৰ অনুভৱেৰে এই কথা মানি লব নোৱাৰো।

মোলীকুট্টী সুশিক্ষিতা। পুৰণা ইণ্টাৰমিডিয়েট পাছ। প্রথম শ্রেণী পাই পাছ কৰা বুলিও কয়। তাৰ পিচত দিল্লীৰ কোনোবা এখন ফিনিশিং স্কুলতো এবছৰ কটাইছে। মোৰ বিচাৰ মতে সেই শিক্ষাই তেওঁক 'লোগৰ্থম' পাহাৰৰ দৰে, আয়কৰ নিয়মৰ 'চিডিউলৰ' দৰে কাম কৰাৰ ক্ষমতা আৰু কবিতাৰ ক্ষেত্রত একো নোহোৱাহে কৰি পেলালে।

ঘৰলৈ অহা মানুহে তেওঁৰ চিলাই আৰু ফুলদানীত ফুল সজোৱাত তেওঁৰ কলাৰ বৰ প্ৰশংসা কৰে। হয়তো এই সকলোবোৰ সকলো কলা আৰু সৌন্দৰ্য্যৰ স্ফূৰনৰ ৰূপ বুলিয়েই তেওঁক প্ৰশংসা কৰে,— যি কথা মই বুজি নেপাওঁ। দিল্লীৰ ফিনিশিং স্কুলৰ সি সিফা সেই অনুসৰি কৰবাত দেখা যি কোনো কথাকে তেনেৰিনে ক্ৰুটীহীন ভাবে অনুকৰন কৰাটো মোলীকুট্টীৰ কাম—মই এইদৰেহে কব খোজো—। সিয়েই নহওঁক এজন ধনবানৰ দৰে জীৱন কটাবলৈ বিচৰা সাধাৰণ পৰিয়ালৰ পতিয়ে এই সকলোবোৰ চিন্তাহে কৰিব পাৰে, কিন্তু বাহিৰত প্ৰকাশ কৰাৰ অনুমতি জীৱনৰ নীতিয়ে নিদিয়ে।

অফিছত যথেষ্ট পৰিশ্ৰম কৰিব লাগে। শনিবাৰৰ দুপুৰীয়াৰ পিচত আৰু দেওবাৰে আৰাম কৰিবলৈ অলপ সময় পোৱা যায়—এখন পালেঙত পোন হৈ, আকৌ কাতি হৈ ভাল লগা কিতাপ পঢ়া আৰু মাহে মাহে মেকুৰীৰ দৰে শোৱা—এয়াই মোৰ দৃষ্টিত বিশ্ৰামৰ অৰ্থ। কিন্তু আৰামৰ বিষয়ত মোৰ মৰমৰ পত্নীৰ বিচাৰ একেবাৰে বেলেগ। মোক লগত লৈ 'এ' টাইপৰ কাৰোবাৰ ঘৰলৈ গৈ অৰ্থহীন কথা পতা, তেওঁ বিলাকৰ দুটা মিঠাই খোৱা—এয়েই মোলীকুট্টীৰ শনিবাৰৰ দুপৰীয়াৰ পাচৰ কাৰ্য্যক্ৰম। তেওঁৰ লগত যাবলৈ প্ৰত্যেক শনিবাৰে ময়ো সাজু হৈ থাকিব লাগে। পতি-পত্নী একেলগে গৈ আনক আমনি কৰা—এয়ে দিল্লীৰ ফিনিশিং স্কুলৰ শিক্ষা। কি কৰো! মনে মনে অভিশাপ দি, কেতিয়াবা কেতিয়াবা প্ৰতিৰোধ প্ৰকট কৰাৰ পাচতো ময়েই পিচ পৰি থাকিব লগা হও। নোযোৱাকৈও কাম নহয়।

মই ইয়াত সামান্য কলোনি এটাত থাকো। কলোনিত ওচৰে পাজৰে আৰু চাৰি পাচ ঘৰ মানুহ আছে। কলোনিটো কেন্দ্ৰীয় চৰকাৰৰ অধীনত। এই আঁচনিত কেন্দ্ৰীয় চৰকাৰে পোন্ধৰে নে ওঠৰ কোটি টকা খৰচ কৰিছে। অফিছাৰ, টেক্‌নিচিয়ান, বনুৱা সকলো মিলি প্ৰায় চাৰি হেজাৰতকৈ বেচি মানুহ থাকে।

এই কলোনিটোত তিনিধৰণৰ ঘৰ আছে। 'এ' টাইপৰ ঘৰবোৰ মনোৰম টিলাৰ নামনিত সবাতোকৈ উচ্চস্তৰৰ। দুটা শোৱনী কোঠা এটা ড্ৰয়িং ৰুম, তাৰ লগতে খোৱা কোঠা, দুটা গাধোৱা ঘৰ, এখন

বাৰান্দা, মোজেক কৰা মজিয়া, এখন খোলা ছাত আৰু সমুখত এখন ফুলনি। 'বি' টাইপত দুটা শোৱনী কোঠা, এটা খোৱা কোঠা, ড্ৰয়িং ৰুম, বাৰান্দা, গাধোৱা ঘৰ আৰু চিমেণ্টৰ মজিয়া ; ফুলনি আৰু ছাত ইয়াত নাই। 'চি' টাইপৰ ঘৰত এটা শোৱনী কোঠা, এটা খোৱা আৰু গা ধোৱা কোঠা। ছাঁত, বাৰান্দা আৰু ফুলনি ইয়াতো নাই। মজিয়া টান চিমেণ্টৰ। দৰমহা অনুযায়ী সকলো ঘৰৰ বাবদ দৰমহাৰ শতকৰা দহভাগ দিব লাগে। ৭৫০ টকাৰ পৰা ১০০০ লৈকে দৰমহা পোৱা সকল 'এ' টাইপত থাকে। আৰু ৫০০ ৰ পৰা ৭৫০ লৈকে পোৱা সকল থাকে 'বি' টাইপত আৰু বাকী বোৰ থাকে 'চি' টাইপত। আমি 'এ' টাইপত থাকো। দৰমহা প্ৰায় ৭৭৫ মান হয়। 'বি'ৰ পৰা 'এ' লৈ অহা আমাৰ ডেৰ বছৰ হৈ গৈছে। পদোন্নতিৰ লগয়ে নতুন ঘৰলৈ অহাৰ দিনা মোলীকুট্টী আনন্দত অধীৰ হৈছিল। পদোন্নতিৰ পাচত সেইদিনা মোলীকুট্টীৰ সন্তোষ আৰু গৰ্ব্ব চাবলগীয়া হৈছিল। নিজৰ সকলো বন্ধু লৈকে 'এ' টাইপ ঘৰৰ বিশেষত্ব বৰ্ণনা কৰি নতুন ঠিকনা দি চিঠি লিখিছিল।

মোৰ কিন্তু পুৰনা 'বি' বিভাগৰ ঘৰহে বেছি ভাল লাগিছিল। সেই ঘৰটোত সম্মুখত এজোপা ডাঙৰ কঠাল গছ আছিল। বতাহত তাৰ পাতবোৰ আনন্দতে ফুলি থকা দৃশ্য মই ঘণ্টাৰ পাচত ঘণ্টা ধৰি বহি চাইছিলো। আৰু সেই সময়ত মোৰ মনযে কলৈ উৰি গৈছিল কব নোৱাৰো। কিন্তু এই ঘৰটোৰ সমুখত একো গছ নাই। সেই কাৰণে এই ঘৰটো মোৰ পছন্দ নহয়। মোৰ কথা শুনি মোলীকুট্টীয়ে পৰিষ্কাৰ ভাৱে কৈ দিছিল যে, 'এ' টাইপ প্ৰমোচনত কি প্ৰতিষ্ঠা হয় সেইখিনি বুজাৰ ক্ষমতা মোৰ মগজত নাই।

দেওবাৰে ৰাতিপুৱা প্ৰায় দহ বজাত মোৰ দুৰ্ভাগ্যই চৰম সীমা পায়গৈ। মোৰ পত্নীয়ে সেই সময়ত ফ্ৰিজটো 'ডিফ্ৰিজ' কৰে। চুইচ্ বন্ধ কৰি তেওঁ তাৰ ভিতৰখন ধুই পখালি মচে। কিছুপৰ খুলি থৈ দিয়ে। দেওবাৰটো তেওঁৰ জঞ্জালবহে দিন। এই উপাসনাতো তেওঁৰ লগত থাকিব লাগে। বৰফ থোৱা ট্ৰেৰ বৰফ গলা পানী বাহিৰত উলিয়াই পেলোৱাটো মোৰ কাম। সেইদৰে খাদ্য সামগ্ৰী

উলিয়াই থোৱা আৰু সেইঠাই বোৰ ধুই মুচি চাফা কৰাও মোৰ ডিউটি। ঠাণ্ডা বস্তু মই ভাল নেপাওঁ, হাত ঠাণ্ডা হোৱা কাৰণে কেতিয়াবা ট্ৰেখনত ইপিনে সিপিনে খুন্দা লাগে।

"তুমি এইদৰে অমনোযোগী হৈ ট্ৰে আৰু ফ্ৰিজ নুধুবা। এইটো কাঠ বা শিলৰ বস্তু নহয়। হাতীৰে কাঠ তোলাৰ দৰে ফ্ৰিজটো ধৰিব লাগে নে ?"

এইদৰে নিজৰ মৰমৰ ফ্ৰিজটো চাফা কৰাৰ সময়ত ফ্ৰিজ সম্পৰ্কে মোৰ অসাৱধনতা আৰু অজ্ঞানতাৰ বিষয়ত তেওঁৰ সুদীৰ্ঘ ভাষণো চলি থাকে।

বগা পাথৰৰ সমাধি ৰূপী এই বস্তুটোৰ নাম—'ফ্ৰিজিডিয়েৰ'। কোনো কোনোৱে ৰেফ্ৰিজিয়েটৰো কয়। মই বুজা মতে ফ্ৰিজ বুলি কোৱাই ভাল। কিন্তু মোলীকুট্টীৰ দৰে ফ্ৰিজ কোৱাত মোৰ বহুত আপত্তি আছে।

এই শব্দটো আজিকালি মোৰ কানত অসহ্য লাগে। মোৰ মৰমৰ মোলীকুট্টীয়ে ওঠটো জোঙা কৈ, জিভাৰ আগটো এক বিশেষ ধৰণে লৰাই যেতিয়া 'ৰি'টো 'ৰী'ৰ দৰে উচ্চাৰণ কৰে তেতিয়া মোৰ ইয়াৰ পৰা পলাই যাবলৈ মন যায়। কিন্তু ৭৭৫ টকা দৰমহা পোৱা 'এ' টাইপ্‌ৰ অফিছাৰৰ কাৰণে এনে কৰাটো সম্ভৱ নহয়।

এই সকলোবোৰে অস্বস্তিৰ কাৰণ মোৰ ওচৰৰ 'ৰি' টাইপ্‌ৰ বঙলাৰ থকা মোৰ আত্মীয়া বেবীকুট্টী বুলি কবলৈ মোৰ বেয়া লাগে। তেওঁ দেউতাকৰ একমাত্ৰ ছোৱালী। দেউতাক এজন ভাল ঠিকাদাৰ। বহুতদিনৰ পৰা তেওঁ আধাকোটি, পোনে এককোটি, এককোটি টকাৰ কামহে কৰি আহিছে। সকলো ইঞ্জিনীয়াৰৰে তেওঁ মৰমৰ মানুহ। নাইবা সেই সকলহে তেওঁৰ মৰমৰ। তেওঁৰ শত্ৰুৱে কয় যে চৰকাৰী চিমেণ্টৰ বস্তা, লোহা বা অন্যান্য সামগ্ৰী তেওঁৰ ওচৰ পালে একেবাৰে শ-শ নোটলৈ ৰূপান্তৰিত হয়। মই এইবোৰ কথা সম্পূৰ্ণ বিশ্বাস নকৰো। বাকী সকলো ঠিকাদাৰত কৈ তেওঁ অলায়ক এইটোও মোৰ মত নহয়. কিন্তু এটা কথা মই জানো যে আমাৰ যোজনাৰ কেমিকেল ইঞ্জিনীয়াৰ জৰ্জ্জ

টমাছক বিয়াৰ বাবদ যৌতুক বিচাৰে ৩৫০০০ দিয়া হৈছে। লগত সোনৰ আ অলঙ্কাৰতো আছেই।

মোলীকুট্টী আৰু বেবী কুট্টীৰ কাজিয়াৰ ইতিহাস জানিবলৈ হলে এই কলোনিৰ সমগ্ৰ জীৱনলৈ দৃষ্টিপাত কৰিব লগিব। ইয়াৰ ডাঙৰ, ডাঙৰ মানুহবোৰ 'এ' টাইপৰ ঘৰত থাকে, তেওঁলোক সময়ত লগ-লাগে কথাবতৰা পাতে, গল্প-গুজৰো কৰে। তেওঁলোকৰ ভিতৰত লেন-দেনো চলে। যাৰ ঘৰত মটৰ নাই তেওঁলোকৰ লৰা ছোৱালীক ইংৰাজী মাধ্যমৰ স্কুললৈ অনা নিয়াও কৰে।

ইয়াৰ মাইকী মানুহৰ ভিতৰি মতভেদ থাকিলেও বাহিৰত নেদেখুৱায়। বাহিৰত মিলি জুলি থাকে। এই সকল মাইকী-মানুহে 'বি' আৰু 'দি' টাইপৰ মাইকীমানুহক ঘিন কৰে। ভাৰতীয় সকলে চীন বিৰোধী মনোভাব পোষণ কৰাৰ দৰে আৰু খৃষ্টান মিচনেৰী সকলে ভাৰতীয়ক ছাগলী জ্ঞান কৰাৰ দৰে এই সকল মহিলায়ো 'বি' আৰু 'চি' ক্লাচত থকা সকলৰ প্ৰতি বিদ্বেষৰ ভাব ৰাখে।

কিন্তু এটা কথা কওঁ। 'এ' ক্লাচৰ পুৰুষ সকলৰ কিন্তু গৰ্ব্বৰ ভাব বৰ কম। "বি" ক্লাচৰ মানুহৰ লগত কথা বতৰা পাতে—মনত ৰাখিব অকল 'বি' ক্লাচৰ লগতহে—ছিগাৰেট দিয়া লোৱাও চলে। যোজনাৰ ত্ৰুটী বিচ্যুতিৰ কথাও পাতিব। যদি সুযোগ পায় অলপ বদনামো গাব। 'বি' আৰু 'চি' ক্লাচৰো সম্পৰ্ক এনেকুৱা। ভাৰতত জাতিভেদৰ আৰ্বিভাবৰ পাচত সংস্কাৰমূলক প্ৰবন্ধ লিখি ডক্টৰেটৰ কাৰণে পৰিশ্ৰম কৰা এজন বন্ধুয়ে মোৰ চুবুৰীতে আহি থাকিবলৈ লৈছিল। তেওঁ আমেৰিকাৰ কোনো এখন বিশ্ববিদ্যালয়ৰ পৰা 'ডক্টৰেট' লবলৈ বিচাৰিছিল। মই তেওঁক কৈছিলো যে তেওঁ যদি আমাৰ কলোনিৰ জীৱন যাত্ৰা সম্পৰ্কে অধ্যায়ন কৰে তেন্তে সংস্কাৰ মূলক প্ৰবন্ধৰ কাৰণে বহুতো সামগ্ৰী পাব।

যেতিয়া বেবীকুট্টীয়ে 'বি' ক্লাচৰ কোৱাটাৰত থাকিবলৈ ললেহি মই তেওঁক লগ পাবলৈ যাব লগা হল। তেওঁৰ মাক আৰু মোৰ দেউতা

সহোদৰ ভাই-ককাইৰ সন্তান। মই বেবীক সৰুতে বৰ মৰম কৰিছিলো। তেওঁৰ দেউতাকৰ ধন-ঐশ্বৰ্য্যই তেখেতক আমাৰ গীৰ্জ্জাৰ আৰু সমাজৰ এক মুখ্য স্থান দিছিল। কেৰল আঢ়ৈ বিঘা মাটিৰে ঘৰৰ সকলো খৰছ বহন কৰিব লগা মোৰ দেউতা সেই ভাগ্যশালী জনৰ তুলজাত একোৱেই নাছিল।

জৰ্জ টমাছ আৰু বেবীকুট্টীক লগ পাবলৈ সোলীকুট্টী মোৰ লগত যোৱা নাছিল।

'তুমি যোৱা তোমাৰ বন্ধু। মই আন এদিন যাম। এতিয়া বহুত কাম আছে। নাইলন শাৰী আৰু বাঙ্গালোৰী ব্লাউজ ইস্ত্ৰী কৰিব লাগিব। সৌ বুক কেছটো পালিছ কৰাতো দেৰী হৈ গৈছে। সুৰেশ আৰু ঘৈনীয়েক কালি চাহ খাবলৈ আহিব। তাৰ ওপৰি এই কাগজপত্ৰ বোৰো ঠিক কৈ থাবলৈ আছে—।"

"এইবোৰ ঘূৰি আহিও কৰিব পাৰিবা মোলীকুট্টী! এই বোৰতো একেবাৰে গলি যোৱা বস্তু নহয়।" মই অলপ খঙেৰে কলো।

"গলি নেযায়। কিও সময়ৰ কাম সময়ত কৰা উচিত। তুমিতো আৰু মোক সহায় কৰি নিদিয়া—। তেওঁলোক কিবা ইয়ালৈ আহি আছে নেকি যে আজিয়েই তেওঁবিলাকক লগ পোৱাটো নিতান্ত প্ৰয়োজন। এইবোৰ কথা মই বুজি নেপাওঁ।

তেওঁ মোক এটা 'ডোজ' দি থৈছিল যে 'বি' টাইপৰ মানুহহে আগেয়ে 'এ' টাইপলৈ আহিব 'লাগে'। এয়া কলোনিৰ আলিখিত নিয়ম। এই কথা মনত পেলাই দিয়াটোয়েই মোলীকুট্টীৰ উদ্দেশ্য আছিল কিও সেই কথা নুবুজাৰ ভাওঁ ধৰি মই অকলেই বেবীৰ ঘৰলৈ গুছি গলো।

বেবীকুট্টীৰ নিজৰ সামৰ্থ্য আৰু দেউতাকৰ ধন সম্পত্তি লৈ অকনো অহঙ্কাৰ নাছিল। তেওঁ ওখ আৰু শকত নাছিল বৰং সৰু চৰাই এটাৰ দৰে ছট্‌ফটীয়া আৰু সুন্দৰ আছিল।

"ককাটদেউ অকলে আহিলা? নবৌ ক'ত?" তেওঁ সুধিলে।

মই মিছাকৈয়ে কলো যে মোলীকুট্টীৰ পানী লাগিছে। সকলো মানুহে মানি লোৱা এটা সাধাৰণ মিছা কথা। কিন্তু তেওঁ মুখতে ধৰি কলে—

'মই তেওঁক অলপ আগতে ওচৰৰ ঘৰৰগৰা যোৱা দেখিছো'

"এ'চ্ প্ৰ' নাইবা অমৃতাঞ্জন বিচাৰি গৈছিল হবলা" মই আৰু এটা মিছা মাতিলো।

তাৰ পাচত সেই ন বোৱাৰী গৰাকীয়ে বিয়াত পোৱা সকলোবোৰ বস্তু মোক এপদ এপদকৈ দেখুৱালে। হাতঘড়ী, টেবুলঘড়ী, ডিনাৰ চেট্, ভেনিটী বেগ, বহুত ধৰণৰ ইলেকট্ৰিকৰ বস্তু হাতীদাঁতৰ বস্তু, শাড়ী, জোতা আদি বিবিধ বস্তু দেখুৱালে। এটা ৰেডিঅ'গ্ৰাম প্ৰায় এহেজাৰতকৈও বেছি দামী। সেইটো দেখি মই উচপ্ খাই উঠিলো। কিয়নো কালি নহলেও কিছুদিন পাচত মোলীকুট্টীয়ে এইটো দেখিব। তাত থৰপৰা বাৰখন ৰেৰ্কডো আছে। তেওঁ এইটো নিশ্চয় দেখিব। কিছুদিনৰপৰা এনেকুৱা এটা বস্তুৰ কথা তেওঁ কৈয়ে আছে। মই কোনোমতে এৰাই চলিছো। তেওঁ এইটো দেখিলে কিনিবলৈ জেদ কৰিব। এতিয়াই ঘৰৰ খৰছ চলাব নোৱাৰো—ইয়াৰপৰা আৰু আহুকাল বাঢ়িব। কিন্তু মই জানো যে শেষত ময়েই হাৰ মানিব লাগিব। হে ঈশ্বৰ! এইবোৰ সোনকালেই ঘটিব লগা হৈ আছে।

ঘৰলৈ অহাৰ পাচত মোলীকুট্টিয়ে প্ৰশ্নৰ জাউৰিৰে মোৰ উশাহ বন্ধ হবলগীয়া কৰিলে।

"তেওঁবিলাক কেতিয়া আহিল?"

"পৰহি"

যৌতুক কিমান পালে?

৩৫০০০ হেজাৰ।

কিছু বছৰৰ আগতে দহ হেজাৰ লৈ অহা মোলীকুট্টিৰ মনত এইসময়ত পয়ত্ৰিশ হেজাৰৰ কথাই অলপ আঘাত দিলে হবলা। তথাপি অলপ সঙ্কোচেৰে কলে 'গহনা বহুত নেকি?' সকলোবোৰ মই দেখা নাই; তথাপি সাত-আঠ হেজ্জাৰতকৈ বেচিতো নিশ্চয় হব।

আকৌ উদাস!

"উপহাৰ সামগ্ৰী !"

"বহুত বেচি ।"

'ভাল ভাল চৌখিন বস্তু নে গাঁৱলীয়া ধৰণৰ ?' ডিনাৰ চেট্, কক্‌টেল চেট্, ভেনিটি কেচ, সাত-আঠটা ছুটকেচ, ঘড়ী আৰু বিউটি চেট, বহুত ধৰণৰ শাড়ী—মই ৰংমনে নেওঁতা আওৰালো । মোৰ কথা শুনি মোলীকুট্টীয়ে বেজাৰ পাইছিল । হয়তো তেওঁক আৰু বেচি অপ্ৰসন্ন কৰি ৰং পাবলৈ মই 'চেডিষ্ট' হৈ গৈছিলো ।

আঙঠি, খাৰু, ব্ৰেসলেট ; হীৰা, কাণৰ অলঙ্কাৰ ইত্যাদি ।

তেওঁৰ কাণ এইবোৰ বস্তুৰ কথা শুনি শুনি ভৰি পৰিল । "ববা ষ্টোভত গাখীৰ উতলি আছে ।"…এইবুলি কৈ তেওঁ আঁতৰি গল । মই এটা কথা তেওঁৰপৰা লুকুৱাই থলো—ৰেডিঅ'গ্ৰামৰ কথা !

বেবীকুট্টি আৰু তেওঁৰ গিৰিয়েক দুয়ো আমাৰ ঘৰলৈ আহিল । তিনি চাৰিশ টকীয়া এখন শাৰী পিন্ধিছিল বেবীকুট্টিয়ে । আমাৰ কলোনিৰ জীৱন আৰু তাৰ অলিখিত নিয়ম বেবীকুট্টিৰ একেবাৰে অচিনাকি । হয়তো জানি-শুনিও সেই সম্পৰ্কে একো চিন্তা কৰা নাই আৰু সাৱধানো হোৱা নাই ।

তেওঁ আমাৰ ঘৰ আৰু তাৰ সকলো বস্তু মনোযোগেৰে লক্ষ্য কৰিলে । ভ্ৰূকুটি কৰি তেওঁৰ মনৰ ভাব ব্যক্ত কৰিলে—"এ' টাইপ্‌ৰ ঘৰত এইখিনিয়েই সুবিধা নেকি ! ইয়াত কেনেকৈ থাকিবা । ইয়াত অতি কমেও তিনিটা বেড্‌ৰুম এটা ড্ৰইংৰুম, আৰু তিনিটা বাথৰুম বৰ দৰকাৰ ।"

তেওঁৰ দেউতাকৰ ঘৰত একৈশটা কোঠা । সাতটা বেড্‌ৰুম, দুটা ডাইনিং হল, সাতটা বাথৰুম আৰু ইলেকট্ৰিকৰ সঁজুলিৰে ৰান্ধনী কোঠা ।

মোলীকুট্টীৰ এই ছোৱালীজনীলৈ বৰ ঘিন উপজিছিল । মই এই কথা তেওঁৰ দৃষ্টিৰ পৰাই ধৰিব পাৰিছিলো । ঘিন লাগিলে তেওঁৰ চকু সাপৰ বঙৰ দৰে হয় ।

শ্ৰীমান জৰ্জ সম্পৰ্কে তেওঁৰ একো মতামত নাছিল । তেওঁ একেবাৰে মনে মনে আছিল । হাতেৰে খেপিয়াই চালে হে ছাগৈ

তেওঁৰ জিভা আছে নে নাই বুজা যাব। মোলীকুটিৰ সকলোখিনি আদৰ-আপ্যায়ন জৰ্জ্জৰ ফালেহে ঢাল লৈছিল। তেওঁ আমাৰ কলোনিৰ ৰীতি-নীতি আখৰে আখৰে পালন কৰা ডেকা। কিন্তু তেওঁৰ ন-ঘৈনীৰ ক্ষেত্ৰত এই কথা নেখাটে। মোলীকুটিয়ে নিজেও কৈছিল—“অলপ অহঙ্কাৰী।”

দুই তিনিবাৰ লগ লগাৰ পাচত তেওঁবিলাকৰ বন্ধুত্ব ইমানেই বাঢ়িল যে শেষত কথাবতৰাই বন্ধ হৈ গ’ল! মই কি কৰিম! তেওঁৰ গিৰিয়েক ভাল মানুহ আৰু বেবীকুটিৰ চাল চলনো মোৰ বেয়া নেলাগে। কিন্তু মোলীকুটি···।

দুই-তিনি সপ্তাহ পাৰ হৈ যোৱাৰ পাচত মই মোলীকুটিক কলো “আমি এবাৰ বেবীকুটিৰ ঘৰলৈ যাওঁ বলা?”

“তুমি যাব খুজিছা যোৱা, মই নাযাওঁ”—

“কিয় তোমাৰ অসুখ নেকি?”

“মোৰ একো হোৱা নাই। আজি ‘এ’ টাইপ মহিলা ক্লাৱত সন্মিলন আছে।”

“কিন্তু বেবীকুটিক লগত লৈ যাব নোৱাৰিবা নেকি?”

“আনসকল মহিলা তেওঁৰ বিষয়ত একমত হব জানো? অধ্যক্ষা চাবি আৰু উপধ্যক্ষা শ্ৰীমতী মেননেতো কেতিয়াও নেমানে।”

“তেওঁবিলাকে কিয় বেয়া পাব?

বেবীও শিক্ষিতা তেনেস্থলত কিনো টান কথা?”

“পঢ়াশুনা হলেই সকলো কাম চলে নেকি?”

“তেন্তে?”

“অলপ অলপ পাৰ্থক্য ইয়াত ৰখা হোৱা নাই জানো? যেনে এ. বি. চি. আদি। মই কেনেকৈ সেইবোৰ সলনি কৰিম?”

মোৰ বহুত কিবা কবলগীয়া আছিল কিন্তু মই একো নকলো। মই জেদো নকৰিলো। তেওঁৰ কথা ভালদৰে বুজি পালো। দৰমহা অনুসৰি মানুহ তিনি চাবি ভাগত পৃথক হৈ আছে। যেন একোটা খাৰৈয়ে প্ৰত্যেককে বেলেগ কৈ ৰাখে।

পৰহি অফিচলৈ যোৱাৰ পৰত মই খিড়িকীৰ কাষত থিয় হৈ পানী

খাই আছিলো লগতে বহুত দূৰৈত এজোপা গছত বহি থকা চৰাই কিছুমানো চাই আছিলো। তেনেতে শাড়ী বতাহত কঁপাই মোলীকুট্টিৰ ওচৰলৈ অহা এগৰাকী মহিলাৰ ওপৰত মোৰ চকু পৰিল। মই মন কৰি দেখিলো তেওঁ আনটো ঘৰত থকা মিছলীয়া আই। এই গৰাকী শ্ৰীমতী ৰগীস´ক গোটেই কলোনিখনৰ মানুহে পাচত 'মিছলীয়া আই' বুলি সম্বোধন কৰে। হে ঈশ্বৰ! নিশ্চয় কিবা কথা আছে।

"মোলীকুট্টি সেইফালে চোৱা নাই নেকি?"

এয়া শ্ৰীমতী ৰগীসৰ মাত।

'কি?'

'জৰ্জ টমাছৰ ঘৰৰ ফালে চোৱা।

মই সেইফালে লক্ষ্য কৰিলো।

এখন গাড়ী—। চাৰি পাঁচ ফুট ওখ বুদ্ধৰ মূৰ্তিৰ দৰে লগা এটা বস্তু। কাঠেৰে ভালদৰে´বন্ধা। চাৰিটা কুলীয়ে সেইটো সাৱধানে ঘৰৰ ভিতৰত থবলৈ চেষ্টা কৰিছে। সৈন্য বাহিনীক নিৰ্দ্দেশ দিয়া সৰু নেপোলিয়নৰ দৰে বেবীকুট্টীয়ে বাৰান্দাত থিয় হৈ নিৰ্দ্দেশ দি আছিল।

'সেইটো কি, শ্ৰীমতী ৰগীস?'

'ফ্ৰিজিডিয়ৰ; শ্ৰেষ্ঠ কল্ড ফ্ৰিজিডিয়েৰ, ১৯৬৩ মডেল।'

'ক'ৰ পৰা আহিল?'

'বাপেকে জীয়েকলৈ পঠিয়াইছে। শ্ৰীমতী গোপীয়ে কৈছে। দাম ১৩০০ টকা।'

তাৰ পিচত তেওঁবিলাক দুয়োৰে কি কথা হল মই নুশুনিলো, কাৰণ মোৰ অফিছলৈ যাব লগা হ'ল।

গধূলি ঘৰলৈ আহি মোলীকুট্টীক বৰ চিন্তিত দেখিলো। তেওঁৰ সকলো উদ্যম চেঁচা পৰি গৈছিল। মই তাৰ কাৰণ ভাবিবলৈ ধৰিলো—। এজন ভাল স্বামীৰ দৰে মই তেওঁৰ চিন্তাৰ কাৰণ সুধিলো। কিন্তু উত্তৰত মই এজনী সিংহিনীৰ লগতহে মীমাংসা কৰিব লগা হ'ল।

'মোৰ সুখ-দুখৰ কথা কোনে ভাবে! তোমাৰ গা ধোৱা,

খোৱা, চিগাৰেট খোৱা বিনা বাধাৰে চলি থাকিলেই যথেষ্ট, নহয় জানো ?

কঠোৰ শব্দ আৰু ঘৃণাৰ ভাব।

'তুমি কি কৈছা ?'

"মই এতিয়াই যি কলো তাকে কৈছো। আনৰ কষ্ট মানুহে বুজে—কিন্তু তাৰ কাৰণে এখন অন্তৰো প্ৰয়োজন। ইয়াত যি নাই সেয়া তাত আছে ! বৰ আহিছে মোৰ বেমাৰৰ কথা জানিবলৈ !..."

পৰিহাসৰপৰা চকুলোলৈ নিজৰ প্ৰতি ওপজা অনুকম্পাৰপৰাই মোলীকুট্টীয়ে হিষ্টিৰিয়াৰ এখন অৱস্থালৈ আগবাঢ়িছে।

মই পোনে পোনে কোঠাৰ বাহিৰ ওলালো। এটা কথা কবলৈ পাহৰিছো। প্ৰধান কথা। এটা ৰেডিঅ'গ্ৰাম মই ইনষ্টলমেণ্টত কিনিছিলো, যিটোয়ে একেৰাহে চৈধ্যখন ৰেকৰ্ড শুনাইছিল।

ৰেবীকুট্টীৰ ঘৰলৈ মোৰ লগত একেলগে যোৱাৰ এসপ্তাহ পাচত ঘৰত এটা ৰেডিঅ'গ্ৰামৰ আৱশ্যকতা আৰু তাৰ পৰা হোৱা লাভৰ কথা মোলীকুট্টীয়ে ভালদৰে বুজি পাইছিল।

আলহীৰ লগত কথা বতৰা পতাৰ পৰত ৰেকৰ্ড সলাবলৈ উঠিব নেলাগে। দহ পোন্ধৰখন ৰেকৰ্ড ঠিক কৰি থবলৈ ভাল লাগে। এখনৰ পাচত এখনকৈ একেৰাহে নিজেই বাজি থাকিব। আমাৰ ড্ৰইংৰুমৰ কাৰণে ইয়াতকৈ বেচি সুন্দৰ বস্তু আৰু কি হব পাৰে ?

মই নিজৰ সাতটা বান্ধৱৰ ৰেডিঅ'টোক ডাঙৰ কৈ আৰু ৰেডিঅ'-গ্ৰামক সৰুকৈ দেখুৱাবলৈ ব্যৰ্থ প্ৰচেষ্টা কৰিছিলো। অৱশেষত ডাঙৰ বাকচ এটাৰ সমান সেই বস্তুটো আমাৰ কোঠাত বিৰাজ কৰিলেহি।

ৰেডিঅ'গ্ৰাম কিনাৰ দিনা আৰু তাৰো পাচৰ দুই তিনি দিনলৈকে আমাৰ ঘৰখন গানৰ কাৰণে বৰ হুলস্থূল হৈ আছিল। শ্ৰীমতী চাৰিয়ে হিন্দী গান ভাল গায়। তাৰ ভিতৰত সাইগল আৰু লতা-মঙ্গেশকাৰৰ গান বিশেষ ভাবে পছন্দ কৰে। সাইগলৰ গুঞ্জন তোলা কণ্ঠস্বৰে তেওঁৰ পাৰহে যোৱা শৈশৱ কাল সজীৱ কৰি তোলে আৰু তেওঁৰ আনন্দৰ সীমা নোহোৱা হয়। লতমঙ্গেশকাৰৰ গান শুনিলে তেওঁৰ এনে ভাৱ হয় তেওঁ যেন আকৌ ষোল বছৰীয়াহে হৈ পৰিছে।

শ্ৰীমতী গোপীৰ 'ৰক এণ্ড ৰল'ৰ দৰে তামিল গানো পছন্দ। সেইয়া শুনিলে সেই মাতৃগৰাকীৰ কৰঙন নিজে নিজেই দুলিবলৈ ধৰে। মিছলীয়া আইৰ কোনো খৃষ্টান গান পছন্দ। শ্ৰীমতী বৰদাচাৰীৰ চেম্বৈ বৈদ্যনাথ আয়াৰ, এম্, এস, শুভলক্ষ্মী আৰু বালমুৰলীকৃষ্ণৰ গান পছন্দ। দুই তিনি দিনলৈকে মোৰ ঘৰত পী. লাল, বালমুৰলী, শুভলক্ষ্মী, লতামঙ্গেশকাৰ সকলোৰে খেল হৈ আছিল। তাৰ পাচত একেবাৰে শান্ত হৈ গ'ল। কিন্তু এটা কথা মই লক্ষ্য কৰিলো। আমাৰ ওচৰে-পাজৰে সকলো ঘৰতে ৰেডিঅ'গ্ৰামে ঠাই পালে।

ইন্‌ষ্টল মেণ্টত ৰেডিঅ'গ্ৰাম, ৱাটাৰ হিটাৰ আদি পোৱাৰ একো অসুবিধা নাছিল! কিন্তু মোৰ ইন্‌ষ্টলমেণ্ট ঠিক সময়ত দিয়াত কেতিয়াবা কেতিয়াবা বৰ মস্কিল হৈছিল। তেতিয়া মই মোলীকুট্টীক খোলাখুলিকৈ কিছু কথা কবলৈ বিচাৰিলো। মই আগতেই কব লাগিছিল।

"কাৰোবাৰ ঘৰত কিবা এটা বস্তু দেখি সেইটো কিনাৰ কথা চিন্তা কৰা বা কিনাটো বাস্তৱত বৰ দুখৰ কথা হৈ পৰে নহয়নে মোলীকুট্টী?"

"তুমি কিহৰ বিষয়ে কৈছা?"

"চোৱা এই ৱাটাৰ হিটাৰটো আৰু ৰেডিঅ'গ্ৰামটো আমাৰ বৰ আৱশ্যকীয় বস্তু নে? কিছু বছৰ আমি এইবোৰ নোহোৱাকৈও চলিব পাৰিছিলো। এটা কথা সোধো—এই ৰেডিঅ'গ্ৰামটো বজোৱা কিমান দিন হল?"

ইয়াৰ উপযোগীতা সদায় থাকে। ঘৰত ভাত বেচি আছে বুলি সদায় ভাতকে খাই থাকা নেকি? তোমাৰ বিচাৰমতে এইবোৰ সদায় ব্যবহাৰ কৰা বস্তু নহয়।

'তেন্তে?'

"এইবোৰ সকলো আমাৰ প্ৰতিষ্ঠাৰ কাৰণে।"

"ইয়াৰ অৰ্থ?"

"একোটা অৱস্থাত এইবোৰ এৰাব নোৱাৰা হৈ পৰে। নহলে আনে হাঁহি উৰুৱাই দিয়ে।"

"নুবুজিলো মোলীকুট্টী ?"

"'এ' টাইপত থকা মানুহে 'বি' বা 'চি' টাইপত থকা বোৰৰ দৰে থাকিব পাৰে নেকি ?"

"কিয়, সিহঁত মানুহ নহয় নেকি ?"

"হব পাৰে কিন্তু 'এ' টাইপৰ সমান হব নোৱাৰে।"

"তেনেহলে 'বি' টাইপৰ মানুহ 'এ' টাইপৰ মানুহতকৈ ডাঙৰ হব নোৱাৰে নেকি ?"

খঙেৰে মই কলো।

"ঠিক আছে। 'বি' টাইপৰ মানুহৰ দৰে জীয়াই থকা ভাল যদি ইয়াৰ পৰা দূৰলৈ গুছি যাবা।"

মই পৰাস্ত হলো। প্ৰতিষ্ঠাৰ অৰ্থ নুবুজা মানুহে পৰাজয় স্বীকাৰ কৰাই ভাল। আন কোনো উপায় নাই।

বেবীকুট্টীৰ ঘৰলৈ যিদিনা ৰেফ্ৰিজিয়েটৰ আহিল তাৰ দহ দিন পিচত মোলীকুট্টীয়ে মোক ঘৰুৱা আয়ৰ প্ৰথম পাঠ পঢ়াবলৈ ললে।

বস্তু নষ্ট কৰাটো বৰ বেয়া কথা নহয়নে মোলীকুট্টী ?

"নিশ্চয়,—মই সদায় কাৰখানাৰ শ্ৰমিকবিলাকক কৈ আহিছো —অপচয় কৰাতকৈ ডাঙৰ অপৰাধ আজিৰ পৃথিবীত আন একো হব নোৱাৰে।"

খোৱা বস্তু নষ্ট কৰাটো তাতকৈও বেয়া কথা নহয় নে ?"

নিশ্চয়, ভাৰতবৰ্ষৰ খাদ্য সামগ্ৰীৰ শতকৰা বিশ ভাগেই নষ্ট হয়। কিছুমান গেলি, কিছুমান নিগনিৰ দৰে জীৱৰ দ্বাৰা।"

"তেনেহলে খোৱা বস্তু সুৰক্ষিত কৰি ৰখাটো আৱশ্যক, নহয় জানো ?"

"নিশ্চয়, সেয়া এটা ডাঙৰ ৰাষ্ট্ৰীয় আৱশ্যকতাও।"

"কিন্তু আমি নিতৌ কিমান বস্তু নষ্ট কৰো ?"

"কেনেকৈ ?" মই উৎসুক হৈ সুধিলো।

"যি আজ্ঞা পাতি ৰান্ধো—খোৱাৰ পাচত বৈ যোৱা খিনি পেলাই দিওঁ।"

"দৰকাৰ অনুপাতেহে ৰন্ধা উচিত।"

"এইদৰে ভাত আৰু আঞ্জা পাতি কেনেকৈ ৰান্ধিব পাৰি ? আৰু কিনি অনা শাক-পাচলি আৰু ফলমূল পচিও যায়।"

"তেনেহলে তাৰ কাৰণে আমি কি কৰা উচিত ?"

"কলেই খণ্ডত জ্বলি পকি খাবলৈ দৌৰ ধৰিবা।" কিন্তু এনে নহয়। মোৰ মূৰৰ ওপৰত সদায় বিপত্তি আছেই।"

"ঘূৰাই পকাই নকৈ চিধা চিধিকৈ কোৱা।"

"এটা ফ্রিজ থাকিলে আমি বস্তু নষ্ট নোহাৱাকৈ ৰাখিব পাৰিম। এ সপ্তাহৰ সকলো বস্তু ভালকৈ থৈ দিব পাৰি। আৰু এটা আন সুবিধাও আছে।"

"সেইটো কি ?"

বৰফ, আইচ্‌ক্রীম, ফ্রুট চালাদ সকলো ঘৰতে কৰিব পাৰি। কোনোবা আহিলে ইফালে সিফালে দৌৰিব নেলাগে। তাৰোপৰি অৰেঞ্জ স্কোৱাছ আৰু তোমাৰ বিয়েৰো ঠাণ্ডা কৈ থব পাৰি।"

বিয়েৰৰ কথা মোক বশলৈ আনিবৰ কাৰণে দলিয়াই দিয়া এটুকুৰা মাংসৰ হাৰহে আছিল।

"কিমান লাগিব এইটোৰ কাৰণে ?"

"প্রেষ্ট কোল্ড ১৩০০ টকাৰ আৰু কেলভিনেটৰ ২৬০০ টকাৰ। আমাৰ কাৰণে কেলভিনেটৰ ভাল হব।"

"বেবীকুট্টীৰ প্রেষ্ট কোল্ডৰ কাৰণে নেকি ?" মই হাঁহি সুধিলো।

মই যি ধৰণে ভাবিছিলো সেইদৰে খণ্ডাখণ্ডি, চিয়ৰ-বাখৰ নহল। মালীকুট্টীয়েও মোৰ লগত সহাঁৰি দিলে।

"টকা কৰ পৰা আহিব ?"

"বিশটা ইনষ্টলমেণ্টত দিম।"

তেতিয়া ৰাটাৰ হিটাৰ আৰু ৰেডিঅ'গ্রামৰ ইনষ্টলমেণ্ট কোনে দিব ?"

"সেইবোৰ সকলো চলি যাব জোনীকুট্টী। আমি 'এ' টাইপত াকো। আমি ভালদৰে জীয়াই থকা উচিত।" তেওঁ মৃদু স্বৰত কলে।

পৰাস্ত নোহোৱাকৈ মই কেনেকৈ থাকিম ?

অৱশেষত পৰাজয়েই হ'ল।

এইদৰে শিৱলিঙ্গৰ কথা সোৰ্ৱাই দিয়া ফ্রিজটো আনি আমাৰ ঘৰত বহুৱালোঁহি। মই ভাবিছিলো এতিয়া কিছুদিন মই শান্তি পাম। কিন্তু ভগৱানে সেয়া হবলৈ নিদিলে। এমাহ দুমাহৰ পাচত 'মিছলীয়া আই' আকৌ আমাৰ ঘৰলৈ আহিল।

'মোলীকুট্টী সৌপিনে কি দেখিছানে তুমি?' ময়ো দেখিলো এখন নতুন ফিয়েট গাড়ী—একেবাৰে বেবীকুট্টিৰ ঘৰৰ সমুখতে।

"কাৰ সেইখন?"

"শ্ৰীমতী জৰ্জ টমাছৰ। তাইৰ দেউতাকে, সেই মিছলীয়া, চোৰ ঠিকাদাৰটোয়ে কিনি পঠিয়াইছে। মই এনেকৈহে শুনিছো।

মূৰ ঘূৰিবলৈ ধৰিলে। ভাগ্যে খিড়িকীৰ ওচৰতে থিয় হৈ আছিলো।



# নজনা কথা

—পাঁজিকৰা ৰাফী

পদ্মনাথ কুৰুপৰ ঘৰত কলী গাই এজনী সাতদিন চবকাৰোগত ভুগি মৃত্যুমুখত পৰিল।

মৰা গাইজনী পুতিবলৈ পদ্মনাথ কুৰুপে তেওঁৰ আশ্ৰমত থকা চিকু আৰু তোম্মনক মতাই আনিলে। চিকু আৰু তোম্মনৰ কোনো স্থায়ী কাম নাছিল। চকোৱা দিয়া, নাওবোৱা, খৰি কটা আদি নানা প্ৰকাৰৰ কাম কৰি জীৱন যাপন কৰিছিল। কেৰালাৰ গাৱঁত এনে ধৰণৰ কাম কৰা মানুহৰ অভাৱ নাই। উদ্দেশ্যবিহীন জীৱন!

চিকুৰ চকুকেইটা শুকান আৰু তোম্মনৰ মুখখন সদায় মেল খাই থাকে। দেখাত তাক একেবাৰে মূৰ্খ যেন লাগিছিল। দুয়ো আহি সিহঁতৰ জমিদাৰৰ ওচৰত মূৰ দোৱাই থিয় হৈ ৰ'ল। চিকুৱে নিজৰ চুলিত হাত ফুৰাই ফুৰাই লাহেকৈ সুধিলে,—"হুজুৰ, আমাক কিয় মতালে?" তেতিয়াও তোম্মনে মূৰ্খৰ দৰে মুখখন মেলি মনে মনে থিয় দি আছিল। সেইখন মুখ যেন মূৰ্খতা আৰু দাসত্বৰ প্ৰতিৰূপহে! তেওঁ কলে, "মোৰ কলী গাইজনী চবকা বেমাৰত ছয়-সাতদিন ভুগি মৰিল।"

চিকুৱে সুধিলে, "যোৱা বছৰ প্ৰথম পোৱালী দিয়া গাইজনীয়েই নহয় জানো?"

ওফোন্দা পেটটোত হাত ফুৰাই পদ্মনাথ কুৰুপে উত্তৰ দিলে,—"অ', অ', সেইজনীয়েই। দ্বিতীয়বাৰ পোৱালী দিবলগা আছিল—কিন্তু কি কৰিম, ঈশ্বৰৰ যি ইচ্ছা! যোৱা বছৰ চাৰিসেৰকৈ গাখীৰ দিছিল। এইবাৰ আৰু বেচি দিয়াৰ আশা আছিল।"

নিজৰ দুৰ্ভাগ্যকে দুষি পদ্মনাথ কুৰুপে সিহঁতক গাঁত এটা খান্দি গাইজনীক পুতিবলৈ আদেশ দিলে আৰু বিশেষভাৱে সুধিলে,—"ক'ত গাঁত খান্দিবি বুলি ভাবিছ তহঁতে?"

উত্তৰত তোম্মনে ক'লে, "গাঁতৰ কথা আপুনি কিয় সুধিছে ?"

তাৰ কথা শুনি পদ্মনাথ কুৰূপ বৰ আচৰিত হ'ল।

চিক্কুৱে তোম্মনক মনে মনে থাকিবলৈ চকু টিপিয়াই ইঙ্গিত দিলে। তোম্মনে চিক্কুৰ গুপ্ত সঙ্কেত বুজা নাছিল যদিও মনে মনে থাকিল। চিক্কুৱে বুদ্ধি খটুৱাই, তাক লৰালৰি কৰিবলৈ আদেশ দিলে।

"গাঁত আন ঠাইত কিয় খান্দিব লাগিছে ? ইয়াতে খান্দি ল",

—চিক্কুৱে তোম্মনক একো নেমাতিবলৈ চকুৰে ইঙ্গিত দিলে। গতিকে তোম্মনে মনিবৰ কথাৰ একো উত্তৰ নিদিলে। সি যেন যুক্তিত হাৰ মানিলে,—এনে ভাবেৰে থিয় হৈ থাকিল। সি কিবা কব খুজিছিল, কিন্তু একো নেমাতিলে। তোম্মনে কিবা মুৰ্খামি কৰি পেলায় বুলি চিক্কুৱে ভয় খাই আছিল। সেই কাৰণে সি লৰালৰিকৈ গৈ তাৰ কাষত থিয় দিলে আৰু কাণে কাণে কিবা ক'লে। চিক্কুৰ কথা বুজিলত, তোম্মনক এনে লাগিল যেন সি এটা শিকাই-বুজাই থোৱা চোৰহে !

এই সময়ছোৱাত পদ্মনাথ কুৰূপে সিহঁতৰ কথালৈ মন দিয়া নাছিল —গতিকে তেওঁ একো বুজি নেপালে। তেওঁ তেতেলী গছজোপাৰ তললৈ চাই আছিল, যত আগতে বাতৰোগত মৰা এজনী গাই পোতা হৈছিল। সেই গছজোপাৰ পশ্চিম আৰু পূবপিনে তোম্মন আৰু চিক্কুৱে বাস কৰিছিল।

তেওঁ দুয়োটাকে ক'লে, "তেতেলীজোপাৰ তলতে গাইজনীক পোতা ঠিক হব।"

তেওঁৰ কথা শুনি তোম্মন আৰু চিক্কু নিজা নিজা জুপুৰীলৈ গ'ল। কেইমিনিটমানৰ পাচত সিহঁতে শকত বাঁহ এডাল আৰু ৰছী লৈ গাইজনীৰ ওচৰলৈ উভতি আহিল। গাইজনীৰ গাৰ পৰা ঢাৰিখন আঁতৰালে। গাইজনী কয়লাৰ টুকুৰাৰ দৰে পৰি আছিল।

দুয়ো গাইজনীলৈ কিছুপৰ চাই ৰ'ল। তাৰ পিচত পুলিচে লাঠি চলোৱাৰ দৰে মাৰ শোধাই গাইজনীৰ গাত পৰা মাখিবোৰ খেদি পঠিয়ালে। মাখিবোৰে যেন চিক্কু আৰু তোম্মনক অভিশাপ দি গুচি গ'ল। গাইজনীৰ ঠেংকেইখন ৰছীৰে বান্ধিবলৈ বুলি, যেতিয়া

গাইজনীক পৰি থকা ঠাইৰ পৰা আঁতৰালে,—তেতিয়া চাৰিওদিশ দুৰ্গন্ধই আবৰি পেলালে। ... পদ্মনাথ কুৰূপ আৰু তেওঁৰ ঘৈনীয়েকে নাকত সোপা দিলে। ... কেৰল বুঢ়ী আইতাজনীয়ে কান্দি থাকিল।

বাঁহডালত গাইজনীৰ শৰটোৰ ঠেংকেইখন ওপৰমূৰাকৈ আঁৰি দিয়া হ'ল। বাঁহডালৰ এটা মূৰ চিক্কুৱে আৰু আনটো মূৰ তোম্মনে কান্ধত ল'লে। কান্ধত লৈ খোজ কাঢ়োতে, গাইজনীৰ ভৰত সিহঁতৰ মাংসপেশীবোৰ স্পষ্ট হৈ উঠিছিল। তথাপি সিহঁত আনন্দিত হৈছিল, কাৰণ সিহঁতৰ মনোবাঞ্ছা পূৰণ হোৱাৰ উপক্ৰম হৈছিল।

ঘৰখনৰ আটাইবোৰ মাইকী মানুহে দুখতে কান্দিছিল আৰু গাইজনীৰ আত্মাৰ শান্তিৰ কাৰণে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছিল। অহা জনমত গাইজনীয়ে ক'ত জনম পায় আৰু আমি বা কিহৰ জনম ধৰো,—তেওঁবিলাকে এই কথা চিন্তা কৰিছিল।

"হেম্বে ... হেম্বে ... " গোহালিত এজনী গায়ে চিঞঁৰিছিল। আনবোৰ গৰুৱেও মৃত গাইজনীৰ কাৰণে মৌনভাবে থাকি মনৰ বেজাৰ প্ৰকাশ কৰিছিল।

"হেম্বে ... হেম্বে ... " চিঞঁৰি থকা গাইজনীৰ চকুৰেদি সৰসৰকৈ চকুপানী বাগৰি পৰিছিল। তাই নিজকে বন্ধনমুক্ত কৰিবলৈ ৰছীডাল টনা-আজোৰা লগাইছিল। ঠিক তেনে সময়তে এটা মানুহে চিক্কু আৰু তোম্মনে মৰা গাইজনীৰ কি দশা কৰিছে—সেই কথা কলেহি। কথাষাৰ শুনি ঘৰৰ আটায়ে বিস্মিত হ'ল। পদ্মনাথ কুৰূপ খঙত জ্বলি উঠিল।

তেওঁ চিঞঁৰি উঠিল,—"পাপী, চয়তানৰ পোৱালী! ইমান বিশ্বাস কৰা সত্ত্বেও সিহঁতে কি কৰিলে! ইহঁতে পৃথিবী ধ্বংস কৰিব।"

তেওঁ উধাতু খাই বাধা নোপোৱা বলী হাতীৰ দৰে ধপলিয়াই গৈছিল; মাজে মাজে মাথো "পাপী, চয়তানৰ পোৱালী" বুলি চিঞঁৰি গৈছিল।

খঙত কঁপি কঁপি তেওঁ চিক্কুৰ ঘৰ পালেগৈ। তাত চিক্কু, তোম্মন, ছাত্তন, অয়প্পন, পধ্বনী আদি বহু মানুহ জুম বান্ধি আছিল। সিহঁতে বৰ হুলস্থূল কৰি আছিল।

সিহঁতৰ ওচৰ পাই, পদ্মনাথ কুৰূপে চিঞঁৰি উঠিল, "পাপীহঁত... । সিহঁত আটায়ে গুড়ৰ ওপৰত পৰি থকা মাখিৰ দৰে সন্ত্ৰস্ত হৈ উঠিল।

সেই সময়ত তোম্মনে দীঘল চোকা কটাৰী এখনেৰে গাইজনীৰ মাংস কাটি আছিল। চিক্কু আৰু অয়প্পনে তাক সহায় কৰি আছিল।

গৰাকীক দেখি সিহঁত থিয় হ'ল। কুৰূপে তিনিওটাকে কাণত ধৰি জোৰেৰে দুই তিনিটাকৈ চৰ শোধালে। কিন্তু যেতিয়াই সিহঁতক ছুই অশুচি হোৱাৰ কথা মনত পৰিল, তেতিয়াই তেওঁ থমকি ৰ'ল আৰু মাৰিবলৈ এৰিলে। চিক্কু আৰু তাৰ আটাইবোৰ লগৰীয়াই পদ্মনাথ কুৰূপক ক্ষমা কৰি দিবলৈ কাকুতি-মিনতি কৰিবলৈ ধৰিলে।

মেঘৰ গাজনিৰ দৰে পদ্মনাথ কুৰূপে চিঞঁৰি সুধিলে, "পাপীহঁত, তহঁতে এয়া কি কৰিছ?"

তোম্মনে কঁপিবলৈ ধৰিলে। তাৰ হাতৰ পৰা ছুৰি ছিটিকি গৈ দূৰৈত পৰিল। ··· কিছু সময় জুৰি তাত নীৰৱতাই বিৰাজ কৰিলে। ছুৰিখনৰ আগটো সূৰ্য্যৰ পোহৰত চমকি উঠিল।—নাৰিকলৰ পাতৰ ওপৰত এখন ছুৰি আৰু এছটা কাঠৰ ওপৰত এখন কুঠাৰ থোৱা আছিল।

নিঃশব্দ বাতাবৰণ!

সিহঁতে কিবা কব খুজিছিল, কিন্তু হৃদয়ৰ তলীৰ পৰা ওলাই আহিব খোজা কথাবোৰ ওঠতেই ৰৈ গ'ল। বাহিৰত প্ৰকাশ হয় কেনেকৈ? সিহঁতৰ সমুখত যে কাল ৰূপ লৈ কুৰূপ থিয় হৈ আছে। খণ্ডত তেওঁৰ চকুযোৰ জুইৰ অঙঠাৰ দৰে হৈ পৰিছিল। আটাই-বোৰে সঙ্কোচেৰে মনে মনে ৰৈ আছিল।

তেওঁৰ আদেশত সিহঁত আটায়ে তেতেলী জোপাৰ তলত, দক্ষিণপিনে এটা গাঁত খান্দিবলৈ ধৰিলে। তাৰ পিচত গাইজনীৰ কটা অঙ্গ আৰু দেহটো কুৰূপে সেই গাঁতটোত থোৱালে। তাৰ ওপৰত মাটি জাপি দিওৱাৰ পাচতহে তেওঁ তাৰ পৰা গ'ল।

দুই তিনিদিনমানলৈ সেই দুখীয়াহঁতৰ পঁজাত জুই জ্বলা নাছিল। পিচত এদিন দোভাগ নিশা সিহঁতৰ ঘৰৰ পৰা ধোঁৱা ওলাল। সেই ধোঁৱা কোনো গুপুত কাৰ্য্যৰ পৰিণতি আছিল। কিন্তু সেই মাজনিশা পদ্মনাথ কুৰূপ সুখনিদ্ৰাত মগ্ন হৈ আছিল—তেওঁ একোকে গম পোৱা নাছিল।

---

# হাঁহি থকা ছুৰী

—কে. টি. মহম্মদ

আলি মোল্লাকাৰ এনে লাগিছিল যেন তেওঁৰ ছুৰীখনে এটা জিলিকি থকা মাছৰ দৰে হাঁহি আছে। তেওঁৰ গাত লিপিট খাই থকা সেই ছুৰীখনে এতিয়াও হাঁহি আছে। তেওঁৰ ককাঁলৰ খোচনাত মনে মনে থকা ছুৰীখনে আজিলৈকে বিনয়েৰে সৈতে তেওঁৰ সকলো কথা মানি চলিছে। কিন্তু আজি অকৃতজ্ঞৰ দৰে তেওঁক দেখি হাঁহিবলৈ ধৰিছে। আন সময়ত হোৱা হলে তেওঁ তালৈ মন নকৰিলে হেঁতেন! কিন্তু আজি ...

আজি অসহনীয় বেদনাই তেওঁক চাৰিওপিনৰ পৰা আৱৰি ধৰিছে। তেওঁৰ ভয় লাগিছিল যেন তেওঁৰ মনটো এতিয়া বেলুনৰ দৰে ওফন্দি ফাটি থাকিব। তেওঁৰ সমুখত এটা ভয়াবহ পাহাৰ থিয় হৈ আছিল। অব্যক্ত এক উৎকণ্ঠাপূৰ্ণ শক্তিয়ে তেওঁক জ্বলাই আছিল।

তেওঁৰ মুখত যেতিয়া ছুৰীখনে হাঁহে তেতিয়া তেওঁৰ সেইখন সাগৰৰ গৰ্ভত বা পৰ্ব্বতৰ আনপাৰে দলিয়াই দিবলৈ মন যায়। তেওঁ জানে যে ছুৰীখনে তেওঁৰ সকলো কথা জানে। সেই কাৰণেই তেওঁ সেইখন পেলাই নিদিয়ে। এক অন্তৰঙ্গ বন্ধুৰ দৰে তেওঁ সেই ছুৰী খনক ভাল পায়। ছুৰীখনত যাতে ধাৰ থাকে তালৈও তেওঁ সদায় মন কৰি আহিছে। মানুহে উপযোগী সকলো বস্তুকে ভাল পায়। শোৱাৰ পৰতো তেওঁ ছুৰীখন বুকুত সাৰটি থাকে। তেওঁ সেই ছুৰীখনৰ লগত কথা বতৰাও পাতে।

আলি মোল্লাকাৰ কাৰণে ছুৰীখন জীৱনৰ সহায়, সহচৰ। কিন্তু আজি যেতিয়া তেওঁ নিজৰ কোঠালৈ সোমাল তেওঁৰ অন্তৰত এক ধুমুহাৰ সৃষ্টি হল। তাৰ পৰা হাত সাৰিবলৈ তেওঁ ছুৰীখন হাতত তুলি লোৱাটোয়েই উচিত বিবেচনা কৰিলে। তেওঁ ছুৰীখন ঘৰৰ একোণত পৰি থকা এখন বেঞ্চৰ দাঁতিত থৈ দিয়ে আৰু অপলক নেত্ৰেৰে চাই থাকে। ঘৰৰ ছালৰ ফুটাৰে বদৰ পোহৰ ভিতৰলৈ

আহিছিল। তেওঁ তাতে থিয় দি আছিল। ছুৰীৰ কাহিনীয়েই তেওঁৰ জীৱন। ছুৰীখন বাদ দি তেওঁ নিজৰ কথা ভাবিবই নোৱাৰে।

কাহিনী এখন ছুৰীৰেই ···। ভিতৰলৈ অহা পোহৰৰ ছাঁ ছুৰীখনত পৰিছিল। জোনৰ দৰে তিৰবিৰাই থকা পোহৰে ছুৰীখন স্পৰ্শ কৰিছিল। তাকে দেখি চিন্তাই আৰবি থকা আলি মোল্লাকা উচপ্ খাই উঠিল। তেওঁৰ এনে লাগিল যেন ছুৰীখনে তেওঁক দেখি হাঁহিছে। চিন্তাৰ আনটো পাৰলৈ গৈ তেওঁৰ চকু আৰু মনে নিচুকনি গীত গাই গাই মৰমেৰে চিন্তাক শুৱাই থলে।

অজ্ঞান হব পাৰে,—বলিয়াও হব পাৰে। তেওঁৰ চিন্তা আতচ-বাজীৰ দৰে বাঢ়িবলৈ ধৰিলে। তেজেৰে ৰাঙলী লৰাটোয়ে তেওঁৰ চকুৰ সমুখত নাচিবলৈ ধৰিলে। সেই লৰাটো তেওঁৰ চিন্তাৰ জুইকুৰাৰ পৰা ওলাই আহিল। এনে লাগিছিল যেন সি লাহে লাহে চকুপানী ভৰা চকুৰে চাই তেওঁৰ ফালে আগবাঢ়ি আহিছে—। কিন্তু সেই লৰাটোক আজুৰি দলিয়াই দিবলৈ বা ডিঙিত চেপি ধৰিবলৈ তেওঁ অক্ষম।

তেওঁৰ মনৰ ভিতৰত অসন্তুষ্টি বাঢ়িবলৈ ধৰিলে। মানুহৰ নহয়—গৰুৰ, ছাগলীৰ, কুকুৰাৰ—অগনন জীৱৰ সেই সমাৰোহৰ শেষ নাই। সেই শোভাযাত্ৰাৰ পৰা চকু আতঁৰাবলৈকো তেওঁ সমৰ্থ হোৱা নাছিল। তেওঁ সকলোবোৰ স্পষ্টভাৱে দেখা পাইছিল।

সকলোৰে ডিঙিত সিহতঁৰ ৰঙা ৰঙা পটী বন্ধা আছে নেকি? একেবাৰে ৰঙা বস্তুৰ—নহয়, নহয় সেয়া তেজ। তেজ গোট খাই শিলৰ দৰে হৈ পৰিছে। কাৰো ডিঙি পোন হৈ থকা নাই। ওলমিছে আছে। শৰীৰৰ পৰা বেলেগ হৈ থকা ডিঙিয়েদি তেজৰ নদী বৈ আছে। কোনে বাৰু সিহতঁৰ ডিঙিত ছুৰী বহুৱালে?

ধাৰ থকা,—ছুলেই কটা ছুৰীখন তেওঁৰ আগত পৰি আছে। কিন্তু কেৱল ছুৰীখনৰ ওপৰতে সকলো দোষ জাপি দিব পাৰি জানো? তেন্তে অপৰাধী কোন?

আলি মোল্লাকাৰ চিন্তাই আকৌ মূৰ দাঙি উঠিল। তেওঁৰ মনৰ সেই শোভাযাত্ৰাৰ শেষ নহল। শেষ হোৱা নাই, শেষ নহবও।

মৰা শৰ সেই বিৰাট শোভাযাত্রাটো দেখি তেওঁ ভয় খায়। উদাসীন হৈ তেওঁ নিজকে পাহৰি যায়। তেওঁ যেন এক প্রেতলোকলৈহে আগবাঢ়ে।

সেই সমাৰোহ শেষ হল নেকি ? নাই হোৱা। কিন্তু জন্তুবোৰৰ মাজত এটা মানুহৰ মূৰো দেখা গৈছে। সি যেন চাই আছে। চেহেৰাটো ধৰিব নোৱাৰি। কিন্তু অচিনাকিও নহয়। তেওঁ তাক চিনিও পায়। কিন্তু সি কোন ? তেওঁ ভয় খায়। চিনা-নিচিনা মানুহ ! আলি মোল্লাকাৰ এনে লাগিছিল যেন তেওঁ ঘামত তিতি জুৰুলি-জুপুৰি হৈ পৰিছে আৰু ভয়তে কঁপিছে। পলাই যাওঁ নেকি ? তেওঁ এবাৰ ভাবিলে। পলাবৰ চেষ্টা কৰিও ভৰি দুখন আগবঢ়াব নোৱাৰিলে। সেই মানুহটোৰ হাতত এখন ধাৰ থকা ছুৰী চিক্‌মিকাই আছে। ভূতৰ দৰে সি তেওঁৰ ফালে আগবাঢ়ি আহি আছিল। আলি মোল্লাকাই ভয়তে কাকুতি কৰিবলৈ ধৰিলে। তেওঁ চিয়ৰিব খুজিলে। কিন্তু ··· ···

সেই হাঁহি থকা ছুৰীখন সমুখত পৰি আছিল। বাওঁ হাতেৰে তেওঁ কটকটীয়াকৈ ছুৰীখন ধৰিলে।

অগণিত জীৱৰ···ছাগলীৰ, গৰুৰ ; কুকুৰাৰ ডিঙি ফালি সেই ছুৰীখন সোমাই গল নেকি ? তেওঁৰ মনটো আকৌ চিন্তাই খুলি খাবলৈ ধৰিলে। সেই ছুৰীখন এতিয়াও তেওঁৰ হাতত আছে। তেওঁ ভাবিলে এই জন্তুবোৰে প্রাণ বেদনাত তিল তিল কৈ মৃত্যুবৰণ কৰিছে। সিহঁতৰ মৃত্যু তেওঁ দেখিছে। যদি চকু আছে ছুৰীখনেও— ।

তেওঁৰ চিন্তাই আকৌ মূৰ দাঙি উঠিল। ধৰ্মই তেওঁক মোল্লাৰ পদ দিছিল। ধৰ্ম-শিক্ষক। ধৰ্ম আচৰণত হেলা নকৰা যি কোনো মানুহ ধৰ্মৰ দৃষ্টিত পৰমাত্মা স্বৰূপ ! এনে মানুহে এই জন্তুবোৰক কাটে। এই ঘৃণনীয় কামৰ কাৰণে মৰা বা বধ কৰাৰ দৰে শব্দ ব্যৱহাৰ কৰিব নোৱাৰি। এয়া পুণ্যৰ কাম। পুণ্যৰ নামত আমাৰ পূৰ্ব পুৰুষ সকলে মানুহো বলি দিছিল।

যেতিয়া সেই ঠাইৰ জীৱজন্তু কটাৰ কাম তেওঁ মানি লৈছিল

তেতিয়া সেই হাস্যাস্পদ বা পাপপূৰ্ণ বুলি তেওঁ ধৰা নাছিল। তেওঁৰ বিশ্বাসেই তেওঁক এই আশ্বাস দিছিল। তেওঁৰ উপলব্ধিয়েই এই কাম ন্যায়ৰ কাম বুলি তেওঁক বুজাই দিছিল। তেওঁৰ আত্মাইও তাত সহযোগ কৰিছিল। পৃথিবীৰ ভিতৰত কেৱল মানুহবেই সুখ-সুবিধা আছে। কোৰাণৰ এই বাণী তেওঁৰ মুৰত খেলাইছিল। পয়গম্বৰ আৰু তেওঁৰ লগৰীয়াসকলে উট মাৰি খাইছিল এই কথা সকলোৰে গ্ৰহণযোগ্য।

আলি মোল্লাক্কাই এইদৰে নিজৰ সম্পৰ্কে যুক্তি উলিয়াই লয়। কিন্তু—কিন্তু শ-শ-হেজাৰ হেজাৰ 'কিন্তু'য়ে যেন অস্থি পঞ্জৰৰ সমান হৈ তেওঁৰ সমুখত থিয় দিয়ে। ডিঙি ওলমি থকা জন্তুবোৰৰ সমাৰোহে বাৰে বাৰে তেওঁক উত্তেজিত কৰি তোলে। তেওঁৰ সমুখত যেন সিহঁত প্ৰাণ বেদনাত ছট্‌ফটাই আছে। তেজৰ সৰোবৰ কেনে ৰঙা। সৰোবৰে গৈ যেন নদীৰ ৰূপ ললে এনে লাগিল। সেই পশুপক্ষী বোৰৰ তেজোতো মানুহৰ তেজৰ দৰেই ৰঙা! মৃত্যুৰ হুঙ্কাৰ শুনা গৈছিল, দীন হীন আত্মাই বিদায় লৈছিল। তেওঁ হাতখনলৈ চালে। তেওঁৰ এনে লাগিল যেন ছুৰীখন অপৰাধী নহয়। কিন্তু মই কিয় নিৰপৰাধ নহওঁ? মই কিয় ছুৰীখনৰ দৰে হাঁহিব পৰা নাই? মোল্লাক্কাই নিজকে সুধিলে। তেওঁৰ পগলাৰ দৰে হাঁহি দিবলৈ মন গৈছিল।

ধৰ্মৰ নামত জীৱজন্তু মৰাটো সহ্য হব বুলিয়েই তেওঁ সেই কাম হাতত লৈছিল। সেয়া দোষণীয় নহয় বুলিয়েই মানিব লাগিব।

কিন্তু আজি তেওঁৰ এনে লাগিল যেন তেওঁৰ ধৰ্ম বিশ্বাসে তেওঁক বিভ্ৰান্ত কৰিছে! তেওঁ চিন্তা কৰিবলৈ ধৰিলে—নহলে মোৰ হৃদয়ত এইদৰে আলোড়ন তোলা ভূমিকম্পৰ কিয় সৃষ্টি হব?

সেই লৰাটো তেওঁৰ চকুৰ সমুখলৈ আহি আছে। মোল্লাক্কা এই কুকুৰাটো কাটি দিয়াছোন ঘৰলৈ জোঁৰাই আহিছে।

অলপ আগতে মম্মুট্টীৰ কাৰণে এটা কাটি দিছিল। যেতিয়া কুকুৰাটো হাতত লৈ মম্মুট্টী আহিছিল তেতিয়া পিচে পিচে কান্দি কাটি লৰাটোও আহিছিল। লৰাটো মমূট্টীৰ পুতেক।

"ই কান্দিছে কিয় ?" মোল্লাক্কাই সুধিছিল।

"ইয়াৰ কথা এৰা। ই কুকুৰাটো মাৰিবলৈ নিদিয়ে সেই কাৰণে কান্দিছে"—

মম্মুট্টীয়ে উত্তৰ দিছিল।

"আব্বাজান, তাক নেমাৰিবা" সি কান্দি আছিল।

লৰাৰ কথাত কাণ নিদি মম্মুট্টীয়ে কুকুৰাটোৰ ঠেং আৰু পাখিত ধৰি কলে "এই কুকুৰাটো তাৰ প্ৰাণতকৈও প্ৰিয়। দিনটো খুৱাই থাকে। আগতে কুকুৰাটোক খুৱাইহে সি খাব। এনে লৰা!"

"মই মাৰিবলৈ নিদিও, মই মাৰিবলৈ নিদিও।" লৰাটোয়ে জেদ ধৰিলে। লৰাটোৰ কথালৈ কাণ নকৰি মোল্লাক্কা আৰু মম্মুট্টীয়ে নিজৰ কাম কৰিবলৈ সাজু হল। মম্মুট্টীয়ে তাক ঠেলি পঠিয়ালে। লৰাটোয়ে নিসহায় হৈ কান্দিবলৈ ধৰিলে। অ'ন কিছুমান লৰাও আহিল। সিহঁতে ৰং মনে কুকুৰাটো মৰা চাবলৈ ধৰিলে।

মোল্লাকাই বাচনত পানী লৈ কুকুৰাটোৰ ডিঙিত বাকী দিলে। পানী খাই মৰাটো ভাগ্যৰ কথা। মাৰোতাজনে কেতিয়াও পানী দিবলৈ নেপাহৰে।

মোল্লাক্কাই ডিঙিটোত ধৰি মাৰিবলৈ সাজু হল। ঈশ্বৰৰ নাম লৈ কুকুৰাটোৰ ডিঙিত ছুৰী বহুৱাই দিয়াৰ লগে লগে লৰাটো উচপ্ খাই উঠিল। "তুমি মোক মাৰা" বুলি চিয়ৰি লৰাটো তেওঁলোক দুয়োৰে মাজলৈ আহিল আৰু কুকুৰাটো সাৰটি মাটিত বাগৰি পৰিল। মোল্লাক্কা আৰু মম্মুট্টী দুয়ো চঁক খাই উঠিল। মোল্লাক্কাই নিজৰ ছুৰীখন টানি উলিয়ালে। লৰাটোৰ গাত ছুৰীখন লগা নাই তো ? তেওঁ স্তব্ধ হৈ গল।

কুকুৰাটো বুকুত সাৱটি লৰাটোয়ে এতিয়াও কান্দি আছে। কুকুৰাটোৰ ডিঙিৰে তেজ বৈ আছিল। মম্মুট্টীৰ খং উঠিল। সি লৰাটোৰ হাতৰ পৰা কুকুৰাটো কাঢ়ি ললে আৰু তাক পিচলৈ ঠেলি দিলে।

"আব্বাজান, আমাৰ দৰে সিও দুখ পায়। তাৰোতো জীৱ আছে।" লৰাটোয়ে কান্দি কান্দি কৈছিল। অসহ্য যন্ত্ৰণাত

কুকুৰাটোৰ ডিঙিৰ পৰা ওলোৱা এটা অস্পষ্ট শব্দ শুনা গৈছিল। লৰাটোৰ কুকুৰাটোৰ কষ্ট সহ্য কৰাৰ শক্তি নাছিল। সি কৈছিল "তুমি পাপ কৰিছা, আল্লাই তোমাক নৰকত পেলাব—"

মোল্লাক্কাই ছুৰীখনৰ তেজ ধুই আছিল। লৰাটোৰ কথা শুনি তেওঁ চমকি উঠিল। তেওঁ বৈ গল। খঙত মম্মুট্টীৰ ওঁঠ কঁপিবলৈ ধৰিলে। কিন্তু লৰাক ৰখাব নোৱাৰিলে। মম্মুট্টীয়ে খঙত জ্বলি পকি তাক দুই তিনিটা ঢকা দিলে। লৰাটোয়ে কলে তাৰ কামিজত তেজ লাগিছে। কিন্তু মম্মুট্টীয়ে একোলৈকে কাণ নিদিলে।

"বৰ একেবাৰে তোৰ মৰম"—মম্মুট্টীয়ে খঙত তিৰস্কাৰ কৰিলে।

লৰাটো অচেতন হৈ পৰো পৰো হৈছিল। "মই তাৰ কাৰণে মাৰ খাবলৈকো সাজু" সি কৈছিল। তাৰ কথা মম্মুট্টীয়ে বুজা নাছিল। লৰাটোৰ বাওঁ কান্ধৰ পৰা তেজ বৈ থকা সি দেখিছিল। এতিয়াহে সি মনোযোগেৰে লৰাটো চালে—তাৰ চকুহাল শেঁতা হৈ পৰিছিল। লৰাটো মাটিত বাগৰি পৰাৰ লগে লগে মম্মুট্টীয়ে জোৰেৰে চিয়ৰি উঠিল—'মোল্লাক্কা'

মোল্লাক্কা কঁপিবলৈ ধৰিলে। ছুৰীখন হাতৰ পৰা সৰি পৰিল। তাৰ তেজ তেওঁ ধুব পৰা নাছিল। কাৰ তেজ? কুকুৰাটোৰ নে লৰাটোৰ! ছুৰীখনৰ তেজবোৰ চোৱাৰ শক্তি তেওঁৰ নাছিল। তেওঁৰ কাণত লৰাটোৰ মাত গুঞ্জৰি উঠিল।

"আমাৰ দৰে তাৰো জীৱ আছে—। ওপৰৰ পৰা আল্লাই এই সকলো দেখি আছে মনত ৰাখিবা।

কুকুৰাটো ধৰফৰাই আছিল। মৃত্যুৰ বেদনা অসহনীয়। মোল্লাক্কাই সেইটো জানে। অকল মানুহৰেই নহয় সকলো জীৱৰে এনে কষ্ট হয়। মানুহেই জানো কেৱল জীয়াই থাকিবলৈ বিচাৰে আৰু আনবোৰ জীৱ জানো কেৱল মৃত্যুৰ বাবে? তেওঁ চিন্তাত নিমগ্ন হৈ পৰিল। মানুহ মাৰিলে চৰকাৰে মানুহক দণ্ড দিয়ে। কিন্তু এই মূক জীৱবোৰৰ আত্মাৰ একো পুণ্য নাই নেকি? যুদ্ধক্ষেত্ৰৰ মৃত্যুৰ তাণ্ডৱ লীলাই তেওঁক মনত পেলাই দিলে আত্মাৰ মূল্য কি? কোনে তাৰ মূল্য নিৰ্ণয় কৰে? মনত বহুতো প্ৰশ্নই খেলি মেলি লগালে।

তেওঁৰ অন্তৰত একুৰা জুই জ্বলি উঠিল, মূৰ ঘূৰাবলৈ ধৰিলে।

তেওঁ লৰাটোক অভিশাপ দিব নোৱাৰিলে। তেওঁৰ কথা কোৱাৰ ক্ষমতা ক্ষীণ হৈ পৰিল।

তেওঁৰ বিশ্বাসেও তেওঁক তিৰস্কাৰ কৰিছে নেকি? আজিলৈকে তেওঁ যি ধৰ্মৰ সেৱা কৰি আহিছে সেই ধৰ্মইও তেওঁক এৰা দিলে নেকি? তেওঁৰ ভয় লাগিল। তেওঁৰ অকলশৰীয়া অনুভৱ হ'ল।

তেওঁৰ হাতৰ ছুৰীখনে বৰ হাঁহি আছিল। তেওঁৰ হাতৰ মুঠি জুইৰ দৰে উত্তপ্ত হৈ উঠিছিল। মোল্লাকাৰ হাতখন পুৰি যোৱা যেন লাগিছিল।

তেওঁৰ মনত উদয় হোৱা শোভাযাত্ৰাই কি ধ্বনি দিছে? লৰাটোৰ মুখৰ শব্দবোৰৰ এটা শব্দ তেওঁৰ কাণত পৰিছে। জন্তুবোৰৰ মাজৰ সেই মানুহটো—অস্পষ্ট আকৃতিৰে সেই মানুহটো তেওঁৰ ওচৰ চাপি আহিছে। তাৰ হাতৰ ছুৰীখন তেওঁৰ হাতৰ ছুৰীখন যেন লাগিছে। তেওঁ নিজৰ ছুৰীখন হাতৰ মুঠিত টানকৈ ধৰিলে। ছুৰীখন চমকি উঠিছে। নহয়—ছুৰীখনে হাঁহিছে। তেওঁৰ এনে লাগিছিল যেন ছুৰীখনে তেওঁৰ হাতৰ পৰা ওলাইহে যাব খুজিছে। এটা ডিঙিৰ পৰা চিনাকি সেই ছুৰীখন আন এটা ডিঙিৰ ফালে আগবাঢ়ি গৈছে—তেওঁৰ চকুত বিজুলী খেলিবলৈ ধৰিলে। তেওঁ একো নমনা হৈ পৰিল। ভয়তে তেওঁ উন্মাদপ্ৰায় হৈ গ'ল।

তেওঁ জোৰে জোৰে উশাহ লবলৈ ধৰিলে। সেই অস্পষ্ট মানুহটো যাক তেওঁ চিনিও পায় সি তেওঁৰ ডিঙিত চেপি ধৰিছে নেকি? তেওঁৰ উশাহ বন্ধ হৈ যাব খুজিলে। তেওঁ নিৰ্জ্জীৱ হৈ পৰিছে নেকি? মোল্লাকাই তাৰ হাতৰ পৰা নিজকে মুক্ত কৰিবলৈ বিচাৰি বিফল হ'ল। ছুৰীখন ধৰি থকা মানুহটোৰ সোঁহাতখন তেওঁৰ ফালে আহি আছে। মোল্লাকাই কাকুতি কৰিবলৈ ধৰিলে। তেওঁৰ মূৰ ঘূৰাইছিল। চকুৰ আগত ছুৰীখনে আৰু কটা ডিঙিবোৰে নাচিবলৈ ধৰিলে। কটা ডিঙিৰ পৰা ওলোৱা তেজবোৰ গোট খাই কলা পৰি গৈছিল।

প্ৰাণ বেদনাত জীৱ অস্থিৰ হৈ পৰে, আৰু ছট্‌ফটাই থাকি এটা

সময়ত মৰি যায়। ছুৰীখনত এইবোৰ তেজ কাৰ? কুকুৰাটোৰ নে লৰাটোৰ?

মানুহৰ তেজ।

মোল্লাকাৰ হাতখন ওপৰলৈ উঠিল। তেওঁ তীক্ষ্ণ দৃষ্টিৰে ছুৰীখনলৈ চালে। ছুৰীখনে এতিয়াও হাঁহি আছে। তেওঁ বলিয়া হৈ যাব। তেওঁ দাঁত কৰচিবলৈ ধৰিলে।

ছুৰী—ডিঙি—তেজ।

ৰকেটৰ দৰে বেগী হৈ এইবোৰে তেওঁৰ মনৰ মাজত ক্রিয়া কৰিবলৈ ধৰিলে। ডিঙিত সোপা লাগি ধৰা যেন লাগিল। উশাহ বন্ধ হোৱাৰ দৰে তেওঁ ছটফটাবলৈ ধৰিলে। তেওঁৰ এনে লাগিল তেওঁ যেন আৰু নিজক সংযত কৰি ৰাখিব নোৱাৰে। তেওঁৰ যুক্তিয়ে সীমা পাৰ হৈ গল।

আকৌ, ছুৰী আৰু ডিঙি। ছুৰী ডিঙিৰ ফালে বেগাই আগবাঢ়িবলৈ ধৰিলে। ছুৰীয়ে মৃত্যুৰ ৰূপ ধাৰণ কৰিলে। ডিঙি কটা যায়। তেজ ছিটিকি পৰে। মৃত্যু, আকৌ ছুৰী, আকৌ ডিঙি, আকৌ মৃত্যু।

তেওঁৰ হাতে ছুৰীখন ধৰি বেগাই আগবাঢ়ি গল। মাংস কটাৰ এটা শব্দ বাচ্‌… …

মোল্লাকাৰ ডিঙিৰ পৰা এটা আৰ্তনাদ ওলাল। তেওঁৰ কাপোৰ তেজেৰে ভাঁহি গল। ছুৰীখন হাতৰ পৰা পিচলি মাটিত পৰিলগৈ—তেৰোঁ বাগৰি পৰিল।

তেজেৰে তিতি থকা সেইখন ছুৰী! হাঁহি থকা ছুৰী!



# বলিৰ পাঠা

—নন্দনাথ

লেফটেনেণ্ট কৰ্ণেল সহুজা যেতিয়া দুপৰীয়াৰ আহাৰ খাবলৈ আহিছিল তেতিয়া গেষ্ট ৰুমৰ চোফা এখনত শ্ৰীমতী সহুজা ভৰ টোপনিত মগ্ন হৈ আছিল।

কৰ্ণেলে শব্দ নকৰাকৈ কাপোৰ সলাই পাইজামা আৰু কামিজ পিন্ধি যেতিয়া আকৌ সেই কোঠালৈ সোমাই আহিল কৰ্ণেল পত্নী তেতিয়াও টোপনিত। কৰ্ণেলৰ বৰ ভোক লাগিছিল, তথাপি সুখ নিদ্ৰাত মগ্ন পত্নীৰ সৌন্দৰ্য্য উপভোগ কৰি বহুপৰ মনে মনে থিয় হৈ থাকিল। অপূৰ্ব লাৱণ্য। দাম্পত্য জীৱনৰ পোন্ধৰটা বছৰত দুটি সন্তান জন্ম হোৱাৰ পাচতো তেওঁৰ ৰূপ যৌৱন অলপো টুটা নাই। কৰ্ণেল পত্নীৰ ওচৰত বহিলগৈ। তাৰ পাচত পত্নীৰ মুখৰ পিনে হাউলি লাহেকৈ গালত স্পৰ্শ কৰিলে। তাৰ বতাহত গোলাপ আৰু ইয়াৰ্ডলি পাউদাৰৰ মিশ্ৰিত সুবাস আছিল।

শ্ৰীমতী সহুজাই চঁক খাই সাৰ পালে আৰু উঠি বহিল।

"ডাৰ্লিং মই হে" কৰ্ণেলে কলে।

"বাট চাই চাই টোপনি আহিল" বাওঁহাতৰ তলুৱা ওঁঠত লগাই তেওঁ এঙামূৰি দিলে।

"আই এম ছৰি!" কৰ্ণেলে ঘৈনীয়েকক কাষলৈ টানি আনি চুমা ললে।

"আহ্...নহয়...নহয়"

তাৰ পাচত দুয়ো লাঞ্চ খাবলৈ ডাইনিং ৰুমলৈ আহিল।

বুঢ়া বাট্‌লাৰটোয়ে টেবুলত খানা লগোৱাত ব্যস্ত হৈ আছিল।

"কাম চেপ্তেম্বৰ"ৰ গান এটাৰ সুৰ গুনগুনাই কৰ্ণেল অলসভাৱে চকীত বহিল। চিকেন চুপত সোহা মাৰি কৰ্ণেলে কলে—'ডাৰ্লিং, মই আজি তাক শাস্তি দিলো'।

'কাক?'

'চিপাহী ভোলানাথক'।

'কি শাস্তি দিলা ?' বং মনেৰে শ্ৰীমতী সহৃদাই সুধিলে।

"ছৌবিশ দিনৰ সশ্ৰম কাৰাদণ্ড।"

"খুব ভাল কৰিলা। তাক কোৰ্ট মাৰ্শ্বাল কৰি চিভিল জেলত দিব লাগিছিল। বদমাছ কৰবাৰ !"

কৰ্ণেলে অলপ নিৰানন্দৰ ভাৱত কলে "সি ইমান একো দোষ কৰা নাই। তাৰ কথা বতৰা মোৰ ভাল লগা নাছিল, সেইকাৰণে নিয়মৰ মেৰপাকত পেলাই শাস্তি দিলো।"

কৰ্ণেলে আৰু পত্নীয়ে চিকেন চুপত সোহা মাৰি মাৰি ভোলানাথৰ কথা পাতিবলৈ ধৰিছিল আৰু ভোলানাথে ৰেজিমেণ্টৰ কোৰ্'টাৰত গাৰ্ডৰ কোঠাৰ দুৱাৰত আউজি বহি আছিল। ঈশ্বৰৰ বাহিৰে সি নিজৰ দুখৰ কথা কাক কব ? ঈশ্বৰে এই সকলোবোৰ নিশ্চয় দেখি আছে। কুৰি বছৰীয়া চিপাহী জীৱনত প্ৰথম বাৰ এয়া শাস্তি পাইছে আৰু সেয়াও বিনা দোষত। চিপাহী জীৱনৰ শেষ সময়ছোৱাত। 'ছিট ৰুলত' ৰঙা চিয়াহীৰ আক দিয়া হল। সকলো সহিব পাৰি কিন্তু আঠাইশ দিনৰ দৰমহা নেপাব এই কথা ভাবিলেই বুকু কঁপি উঠে। গাৱঁৰ, ভঙা-ছিঙা জুপুৰীত তাৰ মনি অৰ্ডাৰলৈ বাট চাই থকা ঘৈনীয়েক আৰু লৰা ছোৱালী। দৰমহা পোৱাৰ পিচত তাৰ প্ৰথম কাম ঘৈনীয়েকলৈ পইচা পঠিওৱা। তাৰ পাচতহে ভোলানাথ বেৰেকলৈ আহে। তেতিয়াহে তাৰ মনটো শান্ত হয়। কিন্তু অহা মাহত কি কৰিব ? এই কথা ভাবোতে ভাবোতে ভোলানাথৰ চকুৰ আগত আন্ধাৰে আৱৰি ধৰিলে, মূৰ ঘূৰাবলৈ ধৰিলে।

ভোলানাথ কুৰি বছৰ চাকৰি কৰা এটা 'ইনফেনট্ৰি' চিপাহী। কিছুদিনৰ পৰা সি শ্বাসৰোগত ভুগি আছে। নতুন ৰেজিমেণ্টত তিনিমাহ পাৰ হৈ গল। ছিকিম বৰ্ডাৰৰ পৰা ইয়ালৈ আহিছে।

ছিকিম বৰ্ডাৰত উৎকৎ জাৰত সি বৰ কষ্টেৰে দিন কটাইছিল। তাত হাস্পতালতো থাকিব লগা হৈছিল।

নতুন মানুহৰ 'ষ্টাফ পেৰেড'ৰ সময়ত চিপাহী ভোলানাথে চি, ই, চাহাবক কৈছিল "চাহাব মই শ্বাস ৰোগৰ বেমাৰী।"

তালৈ মন নকৰি কৰ্ণেল চাহাবে কলে "টান কাম কৰিব নোৱাৰ ?"

"হয়, চাহাব।"

"লঘু কাম দিলে ঠিক হব।"

কৰ্ণেলে লৰিলৰিকৈ চুবেদাৰ মেজৰলৈ চাই আদেশ দিলে "ইয়াক মই মোৰ অৰ্ডালি পাতিলো। কালি ৰাতিপুৱা চাৰি বজাত মোৰ ঘৰলৈ আহিব। অ, কে,।"

"ঠিক আছে চাহাব" চুবেদাৰ মেজৰে কলে। কৰ্ণেল বেগাবেগিকৈ অফিছলৈ গলগৈ।

ভোলানাথ উচপ্ খাই উঠিল। অৰ্ডালি!

আজিলৈকে অৰ্ডালিৰ কাম কৰা নাই।

অলপ মানো আত্ম সন্মানবোধ থকা চিপাহীয়ে সেই কাম কৰিবলৈ দ্বিধা বোধ কৰিবই। ইমান কষ্ট হোৱা সত্বেও আত্মাভিমানত আঘাত কৰা কাম আজিলৈকে সি কৰা নাই। চাকৰিৰ শেষ ছোৱাত এয়াও কৰিব লগা হ'ল।

"চাহাব মোক এইটো কাম নেলাগে" এইদৰে কবলৈ কথাবোৰ ওঠলৈকে আহিল কিন্তু ইতিমধ্যে কৰ্ণেল অফিছ পাইছিলগৈ।

পাচত গৈ কোৱাটোও উচিত নহব। কোনো কোনোৱে কয় যে কৰ্ণেল বৰ নিৰ্দ্দয়। প্ৰথম দিনাখনেই কৰ্ণেলৰ চকুত সি বেয়া হবলৈ নিবিচাৰে। সেইকাৰণে সেই সময়ত মনে মনে থাকিল। পিচত 'প্ৰপাৰ চেনেলেৰে' নিজৰ ৰিপোৰ্ট লৈ সকলোৰে আগত দেখা কৰিবগৈ।

সেইদিনা চেণ্ট্ৰেল বোলকলৰ পৰা নিজৰ ৰিৰ্পট লৈ ভোলানাথে চুবেদাৰ মেজৰক দেখুৱাবলৈ গল।

"চাহাব, মই অৰ্ডালি হব নোৱাৰিম"। চুবেদাৰ মেজৰে খণ্ডত নিজৰ ঠাইৰ পৰা উঠি কলে 'তেনেহলে তই কি কাম কৰিব পাৰিবি ? দলৰ কেপ্তেন ছুটীত আছে, তোক সেইটো কামকে দিম নেকি ?"

ভোলানাথে যিমান বিনয়েৰে কব পাৰে সিমানখিনি বিনয়েৰে কলে—"চাহাব মই ৰেছন চেকিং কৰিবলৈ যাম।"

"ৰেছন চেকিঙলৈ গৈ তই কি কৰিবি ? মাখি মাৰি থাকিবি

নেকি ? বুঢ়া হৈছ, দুৰ্বল আৰু শ্বাসৰোগীও।”

চুবেদাৰ মেজৰে ঠিকেই কৈছে। সি বুঢ়া হৈছে স্বাস্থ্যৱান নহয়, শ্বাসৰোগৰ বেমাৰী। কিন্তু এইবোৰ তাৰ দোষতো হোৱা নাই।

ভোলানাথে তথাপি নম্ৰ ভাবে কলে “চাহাব মই অফিছৰ অৰ্ডালি হওঁ— ?”

চুবেদাৰ মেজৰ খঙত জ্বলি পকি উঠিল—মূৰ্খ ! গাধা মোৰ আগৰ পৰা গুচ। মনত ৰাখিবি কালি পুৱা কৰ্ণেল চাহাবৰ ঘৰত ৰিৰ্পোট নকৰিলে…”

ভোলানাথ নিৰাশ হৈ উভতি আহিল। সি বৰ সঙ্কটত পৰিল। তাৰ দুখৰ কথা শুনাবলৈ এই পৃথিৱীত কোনোৱেই নাই। ইয়াতকৈ ছিকিম প্ৰদেশৰ উৎকৎ ঠাওাত উশাহ টানি টানি জীৱন কটোৱাই ভাল আছিল।

সৈনিকৰ পৃথিৱীখন এখন ডাঙৰ পৃথিৱী। মানুহ, জন্তু, পতঙ্গ— সকলো মিলি এখন পৃথিৱী। সেইখন পৃথিৱীত চিপাহীবোৰ পতঙ্গৰ তুল্য। এটা চিপাহীয়ে আদেশ পালন কৰাৰ বাহিৰে আন কি কৰিব পাৰে ? ভাল বেয়া চিন্তা কৰাৰ অধিকাৰ তাৰ নাই।

আদেশ অনুসৰি পাচদিনা ৰাতিপুৱা ভোলানাথ কৰ্ণেলৰ মহল ওলালগৈ। ডাঙৰ, বিতোপন মহল। সমুখত ফুলৰ বাগান। পাচপিনে ছাৰ্ভেণ্টচ্ কোৱাৰ্টাৰ আৰু গেৰেজ। কৰ্ণেলৰ দুটা লৰা সিহঁতে কেৱল ইংৰাজীহে জানে। অচিনাকি মানুহক দেখা মাত্ৰকে চোচা লোৱা এলচেছিয়ান কুকুৰো তাত আছে। এই সকলোবোৰ কাৰণত কৰ্ণেলৰ ঘৰ ভোলানাথৰ কাৰণে ভয় আৰু নবীনতাৰ সংমিশ্ৰণেৰে অদ্ভুত এক বস্তু হৈ পৰিছিল। শঙ্কা আৰু অভিনৱত্বৰ সংমিশ্ৰণত গঢ়ি উঠা সেই পৃথিৱীৰ নায়িকা গৰাকী সুন্দৰী আৰু অহঙ্কাৰী আছিল।

প্ৰথম দৃষ্টিতেই ভোলানাথৰ মেম চাহাবলৈ ঘৃণা ওপজিল।

ৰাতিপুৱা ছয় বজাত কৰ্ণেলৰ মহলত উপস্থিত হোৱা ভোলানাথে নিশা বহুত পলমকৈ নিজৰ কোঠালৈ আহিব পৰিছিল। বাগানত পানী দিয়া, বজাৰলৈ গৈ মাংস-তৰকাৰী আদি কিনি অনা, ধোবাৰ

ঘৰলৈ যোৱা, তাৰ পাচত ঘৰৰ সকলোবে চেন্দেল, জোতাত ৰং দিয়া আদি এনেধৰণৰ বহুত কাম তাৰ তত্ত্বাৱধানত আছিল। পোন প্ৰথমে এনে ধৰণৰ কাম কৰি তাৰ বৰ বেজাৰ লাগিছিল। কিন্তু অন্তৰত কষ্ট পালেওবা কি লাভ। অশিক্ষিত, বুঢ়া আৰু বেমাৰী মানুহৰ অন্তৰৰ বেদনা কোনে বুজিব? সহ্য কৰাই ভাল। মই, মোৰ পত্নী আৰু লৰা ছোৱালীবোৰোতো এই পৃথিৱীত জীয়াই থাকিব লাগিব।

কিন্তু ত্ৰিশ দিনলৈকে বহুতো বেয়া কাম কৰাৰ পিচতো ঘৰলৈ পইচা পঠিয়াব পৰা হৈছে এইটো ভাবিয়েই ভোলানাথৰ অলপ ভাল লাগিছিল।

দুটা মাহ এইদৰেই পাৰ হৈ গল। এদিন ঘৰৰ পিচফালে পানী-কলৰ তলত ভোলানাথে চাহাবৰ এটা বানিয়ন ধুই আছিল। তেনেতে কলৰ তলত এটা পেটিকোট আহি পৰিল—ঠিক যেনিবা আকাশৰ পৰাহে পৰিলহি। ভোলানাথে মুখ ঘূৰাই দেখিলে পিচপিনে মেম-চাহাব থিয় হৈ আছে।

“এই পেটিকোটটো ধুই দিবি। মই এয়াৰ ফৰ্চ মেছলৈ যাওঁতে পিন্ধি যাব লাগিব।”

ভোলানাথ একেকোবে থিয় হৈ গল। সি খঙত কঁপিবলৈ ধৰিলে। জুইৰ দৰে ৰঙা ৰঙা চকুৰে মেম চাহাবলৈ চাই কলে, “এই কাম মোৰ দ্বাৰা নহব, বুজিছে!”

“গাধা, এইটো ধুলে তোৰ হাতভৰি ছিঙি যাব নেকি?”

ভোলানাথ খঙত জ্বলি পকি উঠিল। “আপোনাৰ মুখেৰে আৰু এষাৰ কথা ওলালেই মই আপোনাৰ নাৰীত্বৰ কথা চিন্তা কৰি নেচাওঁ” ইমানকে কৈ এক মিনিটো নোৰোৱাকৈ সি ইউনিট্ লাইন পালেগৈ আৰু চুবেদাৰ মেজৰক সকলো কথা বিবৰি কলে। “মোক যি ইচ্ছা তাকে কৰক, কিন্তু আজিৰ পৰা কৰ্ণেল চাহাবৰ অৰ্ডালিৰ কাম মোক নেলাগে।”

“এই পগলা হৈছ নেকি?”

“হয়, মই পগলাই হৈছো—”

"মূৰ্খ, তোৰ কি হল।"

"মেমচাহাবৰ পেটিকোট মই ধুব নোৱাৰো—। ইচ্ছা কৰিলে আপনালোক সকলোৱে মোক ফাঁচীকাঠতো ওলোমাব পাৰে নাইবা দেশান্তৰীও কৰিব পাৰে।"

ভোলানাথৰ চেহেৰা দেখি চুবেদাৰ মেজৰে বুজিলে যে কথাটো বেয়া হৈছে। এয়া আত্মগৌৰৱত আঘাত লগা কথা!

"ৰিপোৰ্ট আছে যদি প্ৰপাৰ চেনেলেৰে আনগৈ—ইয়াত থিয় হৈ নেথাকিবি—"

প্ৰপাৰ চেনেলৰ কথা কোৱাত ভোলানাথে কাড়ৰ বেগেৰে নিজৰ কোঠালৈ আহি বিচনাত শুই পৰিল। সি মনতে সিদ্ধান্ত ললে যি হয় হওঁক সি কিন্তু কৰ্ণেল চাহাবৰ ঘৰলৈ আৰু নেযায়।

সেইদিনাই দুপৰীয়া 'লাঞ্চ' খাবলৈ অহা কৰ্ণেলক পত্নীয়ে কলে 'ডাৰ্লিং, আমি ভোলানাথক যেনে বুলি ভাবিছিলো তেনে নহয়। তাৰ বৰ ফুটনি।

"হু···কি হল?"

"মই পেটিকোট ধুবলৈ দিওঁতে সি সুধুলে। বদমাছ কৰবাৰ!"

"কি কলে সি?"

"কি কব, ভোৰভোৰাই গুছি গল!"

"ইমান ফুটনি! মই তাক ঠিক কৰিম।"

কৰ্ণেলে কলে আৰু চুবেদাৰ মেজৰক ফোনত মাতি নিৰ্দ্দেশ দিলে —"ভোলানাথক আজিৰ পৰা অৰ্ডালিৰ কামলৈ নপঠিয়াব।"

এইদৰে ভোলানাথৰ অৰ্ডালিৰ কাম নাইকীয়া হ'ল। সি বেচেৰা কৰ্ণেলৰ চকুত বেয়া মানুহ হৈ পৰিল।

অৰ্ডালিৰ পাচত তাক গেট. আৰ. পি. ৰ কাম দিয়া হল। কামটো ভালেই আছিল। সদায় ভাল সাজ পাৰত থাকিব লাগে।

ভালদৰে ইস্ত্ৰী কৰা পোছাক পিন্ধি, হাতত আৰ. পি. লিখা বেজ পিন্ধি সৰু এডাল লাঠি হাতত লৈ শ্বাসৰোগী বুঢ়া চিপাহীটোৱে ইউনিটৰ প্ৰধান গেটত অহা যোৱা কৰা অফিছাৰসকলক অভিবাদন জনাই থিয় হৈ থাকিব লাগে। কৰ্ণেল চাহাবৰ অহা যোৱালৈ

ভোলানাথে ভালদৰে লক্ষ্য ৰাখে। শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি সি কৰ্ণেলক চেলুট দিয়ে। সি জানে যে কৰ্ণেলে তাৰ দোষ ধৰিবলৈ চেলু বিচাৰিহে আছে। চিপাহীৰ দোষ উলিয়াই শাস্তি বিহাত অফিচাৰসকলে অকণো দয়া নেদেখুৱায়।

কৰ্ণেলে তাৰ কাৰণে জাল পাতিছে—এই কথা ভোলানাথে জানিছিল। জালত ভৰি নেপেলাবলৈ সেয়ে সি বহুত ভাবি চিন্তি কাম কৰিছিল। কিন্তু ইমানখিনি কৰাৰ পিচতো সি কৰ্ণেলৰ জালত বান্ধ খালে।

এক বাজ্বিবৰ হৈছে। কৰ্ণেলৰ দুপৰীয়াৰ খোৱাৰ সময়। তাকে জানি ভোলানাথ সতৰ্ক হৈ থিয় হৈ আছিল। কৰ্ণেলৰ জীপ যেতিয়া এইপিনে ওলাব তেতিয়া সমস্ত শক্তি গোটাই তৎপৰতাৰে সি এটা চেলুট দিব লাগিব। কৰ্ণেল যোৱাৰ পাচতহে সি খাবগৈ পাৰিব। বৰ ভোক লাগিছিল কিন্তু ভোকৰ কাৰণে কামত এলাহ কৰিব নোৱাৰে। ঠিক সেই সময়তে বন্দুকৰ শব্দ আৰু এটা কুকুৰৰ আৰ্ত্তনাদ ভোলানাথৰ কাণত পৰিল। তাৰ ওচৰতে হাতত বন্দুক লৈ হাবিলদাৰ স্বৰণ সিংহই এনেদৰে থিয় হৈ থাকিল যেন একো হোৱাই নাই।

যেতিয়া ভোলানাথে সেই ভয়ঙ্কৰ আৰু দাৰুণ দৃশ্য চাই আছিল, তেনে সময়তে কৰ্ণেলৰ জীপ্ গেটেৰে বাহিৰলৈ ওলাল। ভোলানাথে চেলুট দিবলৈ পাহৰি গ'ল।

কৰ্ণেলে জীপ্ পিচুৱাই আনি ভোলানাথৰ ওচৰত ৰখোৱাতহে সি খৰধৰকৈ চেলুট দিলে।

"তোৰ ওচৰত জীপ্ ৰখোৱাৰ পাচতহে তই চেলুট দিব পাৰ, নহয় ?" কৰ্ণেলে সুধিলে।

কি কোৱা যায় ! জিভা গৈ যেন পেট পালে। ভোলানাথে একো কব নোৱাৰিলে।

"যেতিয়া মই এইপিনে ওলালো তেতিয়া তই মৰি আছিলি নেকি ?"

"নহয়—চাহাব···চাহাব··· ।"

"ঐ চাহাবৰ পোৱালী, তই কি কৰিছিলি ?"

"চাহাব ! কুকুৰটোয়ে গুলী খাই···"

"কুকুৰে গুলী খালে তোৰ কি হ'ল গাধা! তহতঁক ফ্ৰণ্টলৈ পঠিয়ালে কি কৰিবি ?"

কৰ্ণেল চাহাবক ৰৈ যোৱা দেখি চুবেদাৰ মেজৰ লৰি আহিছিল। কৰ্ণেলে চুবেদাৰ মেজৰলৈ চাই জোৰেৰে কলে,—"দেখা নাই নে এয়ে দলৰ অনুশাসন! চি. অ. চাহাবক এটা সাধাৰণ চিপাহীয়ে চেলুট পৰ্য্যন্ত নকৰে।"

ভোলানাথে কিবা কব খুজিছিল কিন্তু তাৰ আগতে চুবেদাৰ মেজৰে "চুপ থাক" বুলি কৈ ভোলানাথক মাৰিবলৈ হাত দাঙিলে।

কৰ্ণেলে কলে, "ইয়াক কালি মোৰ সমুখত মাৰ্চ কৰাব।"

কৰ্ণেলে জীপ্ ষ্টাৰ্ট কৰিছিল। চুবেদাৰ মেজৰে চেলুট দিলে। এক হিংস্ৰ জন্তুৰ দৰে গোজৰণি মাৰি জীপ্‌খন দূৰলৈ গুচি গল।

জীপ্‌খন চকুৰ আতঁৰ হোৱাৰ পাচত চুবেদাৰ মেজৰে যি মন গল তাকে কৈ ভোলানাথক গালি পাৰিলে। ভোলানাথৰ মুখৰ পৰা এটাও শব্দ নোলাল।

মই কিয় চেলুট দিয়া নাছিলো ইয়াৰ কাৰণ কোনেও নুবুজে। বেচাৰা এটা জীৱই মৰণৰ পৰত চিয়ৰি উঠিছিল সেই কাৰণেই মোৰ লক্ষ্য তালৈ গৈছিল। কিন্তু কম কাক, কোনে শুনিব?

পাচদিনা ভোলানাথে কৰ্ণেলৰ আগত মাৰ্চ কৰিছিল।

কৰ্ণেলে ভোলানাথক আঠাইশ দিনৰ আৰ. আই. দণ্ড দিলে।

কিছুদিনৰ প্ৰতীক্ষাৰ ফল পোৱাৰ আনন্দত কৰ্ণেলে চিগাৰেট এটা জ্বলাই লৈছিল। তাৰ পাচত লাঞ্চ খাবলৈ জীপত উঠি ঘৰমূৱা হৈছিল। সেই আনন্দৰ বতৰা পত্নীক দিহে তেওঁৰ মন শান্ত হৈছিল।

ভোলানাথক আইনৰ মেৰপাকত পেলাই দণ্ড দিয়াৰ কথা সুন্দৰ ভাবে বৰ্ণনা কৰি কৰি শ্ৰী আৰু শ্ৰীমতী সহুজাই দুপৰীয়াৰ আহাৰ খাইছিল।

বিহাৰৰ এখন গাঁৱত এটা ভঙা-ছিঙা ঘৰ। ভোকত আতুৰ ভোলানাথৰ পত্নী আৰু তাৰ শিশু কেইটিৰ বাবে পিয়নে পিচৰ মাহত মণিঅৰ্ডাৰ কঢ়িয়াই নানিলে!

---

# এজন কাহিনীকাৰৰ প্ৰাণদণ্ড

—টী. পদ্মনাভ

জোৰেৰে বৰষুণ দি আছে। লগতে ঠাণ্ডাও বাঢ়িছে। পুৱাৰ আকাশ শূন্য। হঠাতে কৰবাৰ পৰা বতাহে মেঘ উৰুৱাই লৈ আহিল। বগা মেঘ, ছাগলীৰ দৰে সৰহ, নিৰীহ মেঘমালাৰ আকৃতি সঘনে সলনি হৈ আছিল। দ্ৰুতগতিৰে গোটেই আকাশ মেঘে ঢাকি পেলালে। ভাপেৰে ভৰা কলা কলা মেঘবোৰ চাই এনে এটা অনুভূতি জাগি উঠে যাৰ কথা কবলৈ মই সংকোচ বোধ কৰো। তথাপি বহুতদিন আগতে চিনাকি হোৱা শ্যামল সুচিকুন দেহৰ এগৰাকী তিৰোতাৰ কথা মনলৈ আহে যেয়ে মোৰ লগত আচম্বিতে সম্বন্ধ পাতিছিল। কেনে সুন্দৰ শৰীৰ। সম্পূৰ্ণ উলঙ্গ···

আজি পুৱা ইয়ালৈ অহা এজন কথকী চিত্ৰকাৰক মই এই কথা কৈছিলো। তেওঁ মোৰ বন্ধুও। সেয়ে তেওঁৰ আগত মই কথা গোপন কৰাৰ আৱশ্যকতা নাছিল। কিন্তু তেওঁ এটা মূৰ্খৰ দৰে মোৰ কথা কথাবোৰ শুনি গৈছিল। মোৰ হাতত ধৰি তেওঁ কৈছিল 'বৰ ভাগৰি পৰিছা, বেচি কথা নকবা।"

মই খং দমাই থলো। তথাপি আৰু কথা বতৰা পাতিব নোৱাৰিলো। মোৰ ভাগৰ লগা নাছিল। মোৰ মন উত্তেজিত হৈ আছিল।

মোৰ তেওঁলৈ চাই চিয়ৰি কৈ দিবৰ মন গৈছিল। কিন্তু জিভা নলৰিল। শুই শুই অসহায় ভাবে চাই ৰলো।

মই সাৰ পাই থাকিও সপোন দেখিছিলো। বন্ধুয়ে কাৰোবাৰ ছৱি আঁকি আছিল। তেওঁৰ ওচৰত এটা ধুনীয়া মোনা আছিল। তাৰ ভিতৰত কাগজ, পেন্সিল আৰু ৰঙ ভালদৰে থোৱা আছিল। যলৈকে যায় তেওঁৰ লগত সেই মোনাটো থাকিবই। মোৰ অলপ আচৰিত লাগিছিল। এদিন মই সুধিছিলো—"মৰাৰ সময়তো তোমাৰ লগত এই মোনাটো থাকিব নেকি ?"

"নিশ্চয়, এই মোনাটা নহলে ঈশ্বৰৰ ওচৰ পামগৈ কেনেকৈ ?" তেওঁ কৈছিল।

ঈশ্বৰৰ ওপৰত মোৰ বিশ্বাস নাই কিন্তু ধুনীয়া চিত্ৰৰ ওপৰত আছে। চিত্ৰকাৰসকলক মই শ্ৰদ্ধা কৰো কিন্তু মই দৃঢ়ভাৱে বিচাৰো যে আর্ট'য়ে পল গগাঁৰ দৰে জীৱন কটাব লাগে। দক্ষিণ সাগৰৰ সুন্দৰ তাহিতি দ্বীপৰ এটা যেন ধুমুহা পল গগাঁ।

মই এজন পল গগাঁ হলোহেতেন যদি—হয়তো পল গগাঁ আৰু মোৰ মাজত এখন বন্ধোৱা ছবি আছে। ঈশ্বৰৰ ছবি। তাৰ আইনা ভাঙিছে। কোনে ভাঙিলে সেয়া—?

কোন ?

সোণকালে কোৱা।

নকওঁ।

তাক নেমাৰিবা।

মাকৰ বেদনা ভৰা, নিৰাশজনক শব্দ।

নহয়, নহয়, এইপিনে আহ।

মোৰ ভয় লাগিল। পলাবলৈ চেষ্টা কৰিলো কিন্তু পলাব নোৱাৰিলো।

বেদনাত আতুৰ হৈ মই চিয়ৰিলো। তাৰ পাচত ছবি অকাঁ নহল।

সেইদিনা এটা লৰা আছিল। একেবাৰে ছবি অকাঁ হলে—

কোন হ'ল হেতেন ?

পল গগাঁ—তাহিতি দ্বীপৰ।

বন্ধুৰ মোনাটো দেখি মোৰ সেই কথা মনলৈ আহিছিল।

বৰ ঠাণ্ডা লাগিছিল।

ইলেকট্ৰিক ট্ৰেন এখন সশব্দে গৈ আছিল। কৰ···কৰ···কৰ···কৰ···কৰ

কোঠাটোত এতিয়ালৈকে চাকি জ্বলা নাই। কোনে জ্বলাব। মই শুঠো। এইদৰেই পৰি থাকিম। আন্ধাৰে আহি মোক আৱৰি ধৰিব।

খিড়িকী খোলা আছে। আন্ধাৰ আৰু ডাৱৰীয়া আকাশ! এটাও তৰা নাই।

বতাহৰ সৈতে বৰষুণৰ টোপাল ভিতৰলৈ সোমাইছে। তথাপি খিড়িকী নজপাও। কালি মই এইদৰেই মৰি যাওঁ যদি পুৱা মোৰ চকুৰ পতা আৰু গোফঁত এইদৰেই পানীৰ টোপালবোৰ পৰি থাকিব। মোক চাবলৈ অহা সকলে কব—'ইস্ মৰিল'।

'আজিকালি তেওঁৰ গাটো ভাল নাছিল। তেওঁৰ জীৱনত হয়তো কিবা ডাঙৰ ঘটনা ঘটিছিল।'

"কেতিয়াবা, কেতিয়াবা তেওঁ গল্পও লিখিছিল।" চমকি উঠা বিজুলীৰ দৰে মণিৰ নাকফুল পিন্ধা সেই যুৱতীৰ বিষয়ে কোনেও একো নকব।

তেওঁ ক'ত আছে— ?

তৰা ভৰা নীল আকাশৰ তলত গোলাপৰ সুবাস লৈ মই মৃত্যুক স্বাগত জনাওঁ।

কাশ্মীৰৰ বণিহালত এৰাতি। মই ঠিক এইদৰেই বাগৰি আছিলো। মোৰ ওচৰত নোমাল ছাগলী কিছুমান আৰু ডাঙৰ ডাঙৰ কুকুৰ আছিল। দূৰৈত বৰফে আৱৰা পাহাৰ—, নামনিত সদায় শব্দ তুলি থকা নিজৰাই হিমাবৃত প্ৰদেশক তৰাৰ দৰে তিলক পিন্ধাই আছিল।

পুৱা শুই উঠি গম পালো যে মই মৰা নাই। সেই ৰাতি মৰি যোৱা হলে … ! মোৰ কাহিনীৰ বিষয়ে এতিয়ালৈকে মই একো কব পৰা নাই। এতিয়া কোৱাৰ সময় আহিল—

এই কোঠাটো সিমান ভাল নহয়। তথাপি মই কিয় ইয়াত থাকিবলৈ ললো ? কাৰণ এই ঠাই ডোখৰ ভাল। তাৰো কিছুমান কাৰণ আছে। ইয়াত কোনো কাম নেথাকিলেও বিচনাত বাগৰি বাহিৰলৈ চাই থাকিব পাৰি। দূৰৈত বতাহত হালি জালি থকা গছৰ সেউজীয়া আভাৰ পিচফালেৰে আকাশহে দেখা যায়। কিন্তু মই সকলো দেখা পাওঁ—ডাঃ ৰাওৰ ফুলনিত খেলি থকা ধুনীয়া গুলমোহৰ, সেউজীয়া আবৰণ লৈ পৰি থকা আলিবাট, মলিয়ন ৰঙাপানীৰ খাল য'ত মহবোৰে আৰাম কৰে—তাৰ পিচফালে ইলেক্ট্ৰিক ট্ৰেন আৰু তাৰো পাচত বিশাল পথাৰ আৰু সেউজীয়া বননি।

মই শোৱাৰ সময়তে বাটত ভীৰ হয়। তাৰ বেচিভাগেই মাইকী

মানুহ— । তাত নটা ষ্টুডিঅ' আছে ।

মই ইয়াত জীয়াই আছো ।

মই এটা গল্প লিখিছিলো । সেই মানুহ গৰাকীৰ কথাও মই লিখিছিলো । কিন্তু মই তেওঁৰ লগত এতিয়াও কলৈকো যোৱা নাই । কোনো মাইকী মানুহৰ ওচৰলৈকে মই এতিয়ালৈকে যোৱা নাই ।

হয়তো সেয়া বহুত দিনৰ আগৰ কথা—তাৰ পাচত···

বন্ধুয়ে যোৱাৰ পৰত তেওঁ অকাঁ ছবিখন মোক দি থৈ গৈছিল । বহু সময়লৈকে মই সেইখন চাই আছিলো । শেষত মোৰ চকু পানীৰে ওপচি পৰিছিল । কেই টোপালমান ছবিখনতো পৰিছিল ।

মই কন্দা নাছিলো কিন্তু মোৰ চকুপানী একেৰাহে বৈ আছিল ।

কাৰোবাক কিবা কব পৰা হলে···

সেই ছবিখনৰ তলত মই লিখি থৈছিলো—

এজন গল্প লিখকৰ—প্ৰাণদণ্ডত ।

নিজৰ আত্মাক নিজে গোপন কৈ ৰখা সেই ছবিখন ! একো স্পষ্ট নাছিল । তথাপি তাত একো বাকীও নাছিল । খোলা খিড়িকীৰে চকুত পৰা আকাশ, মেঘ আৰু বতাহত কঁপা গছৰ পাত,—সকলো আছিল তাত । সেই সকলোবোৰৰ ওপৰিও মোৰ গল্পৰ পাণ্ডুলিপিটো—মোৰ এনে লাগিছিল যেন ময়েই এখন সম্পূৰ্ণ চিত্ৰ ।

মোৰ কাহিনী !

সেই কাহিনীৰ অন্তৰালত থকা কাহিনীটো মই কব খুজিছো । এতিয়াও দুজন মৃত বন্ধুৰ দৰে চিত্ৰখন আৰু পাণ্ডুলিপিটো টেবুলৰ ওপৰত পৰি আছে ।

মই তেওঁবিলাকৰ আগত মোৰ কাহিনীটো পঢ়িম নেকি ? মই কেনেকৈ পঢ়িব পাৰিলো ভাবিলেই মোৰ আচৰিত লাগে ।

প্ৰকাশ কৰিবলৈকো মোৰ ইচ্ছা আছিল । কথাটো হল এয়ে যে সেইটো এটা সাধাৰণ কাহিনী নাছিল । বহুতে সেইটো বুজিবই পৰা নাছিল । কোনো কোনোৱে পঢ়ি উচপ্ খাইহে উঠিছিল । মানুহে কৈছিল—বেচেৰা 'পগলা' । সেইকাৰণে মই ভাবিলো সেই কাহিনী ইয়াতে থাওঁক । কাহিনীটো যে লিখিছো সেইটোয়েই মোৰ বাবে

ডাঙৰ কথা। প্ৰকাশ নকৰা বাবে কাৰো একো ক্ষতিও হোৱা নাই। কোনো সম্পাদকে ইচ্ছা কৰিলে মোৰ মৃত্যুৰ পাচতো ছপাই উলিয়াব পাৰে। এই শিৰোনামাৰ সৈতে—ত্বটা অঙ্কত পদ্মনাভৰ এতিয়ালৈকে অপ্ৰকাশিত কাহিনী—।

কিন্তু বন্ধুয়ে জোৰ কৰিলে। "নহয় এই গল্পটো তোমাৰ সাধনাৰ বহুমূল্যীয়া পুৰস্কাৰ—তোমাৰ আত্মাৰ উজ্জ্বল প্ৰকাশ। এটা জীৱনৰ ব্যৰ্থতাৰ তীব্ৰ প্ৰকাশ।" হব পাৰে!—এয়া মোৰ মঙহৰ কাহিনী।—

তাত কোনো কথা নাই। আত্মাৰ চাৰিওফালে সদায়তো মঙহেই থাকে।

সেই সৰু কোঠাটোত বহুত মানুহ আছিল। মই কাকো চিনি নেপাইছিলো। তথাপি মই তেওঁবিলাকক কোৱা শুনিছিলো— আলোচক, কবি, নাট্যকাৰ…

মই বিস্মিত হৈ গলো। তাৰে কোনোবাই নিশ্চয় মোৰ গল্প পঢ়িছে। পদ্মনাভৰ কাহিনী…নপঢ়াকৈয়ে কোনো কোনোৱে বিশ্বাস কৰে যে তেওঁ এজন উত্তম গল্প লিখক।

মোৰ বেয়া লাগিল।

পঢ়াৰ সময়ত পাণ্ডুলিপিখন হাতত লওঁতে হাত কঁপিল। মাত থোকাথুকি হৈ গল। ভয়তে এনে হোৱা নাছিল। কিন্তু পাচৰ ঘটনা অদ্ভুত। বাণী, বেদনা, বিষাদ আৰু নৈৰাশ্য—সকলো লগ লাগি শব্দগুঞ্জন কৰা বাণী হৃদয়ৰ অতল তলীৰ পৰা ওপৰলৈ আহিল। মোৰ মনত তেওঁ তেতিয়াও যুৱতীয়েই আছিল। মই কেৱল তেওঁৰ ফালে চাই আছিলো। তেওঁৰ কাৰণে কেৱল তেওঁৰ কাৰণে…মই কৈ আছিলো।

চকুত শোকৰ ছাঁ লৈ তেওঁ…আৰু মই যেতিয়া পঢ়া শেষ কৰিলো তেতিয়া কোঠাত পূৰ্ণ নিস্তব্ধতাই বিৰাজ কৰিছিল। তাৰ পাচত এজন এজনকৈ আটায়ে মোক মৃত্যুদণ্ড দিবলৈ ধৰিলে।

…বুজা গল যে তেওঁ বাক্য ৰচনালৈ মন দিয়া নাছিল। তাৰ উপৰি আমাৰ প্ৰসিদ্ধ লিখকৰ লিখনিত পোৱা একাগ্ৰতাও ইয়াত দেখা নেযায়।

মই একো বুজা নাছিলো। একাগ্ৰতা? এওঁবিলাকে কি কৈছে?

একাগ্ৰতা - হিপ্পোপটামাছ···বৰ্ণনা বৰ অশ্লীল হয়। স্ত্ৰী পুৰুষৰ সম্পৰ্কত কথা লিখোতে বহুত নবীন সাহিত্যকাৰে···

···এই কাহিনীত পৰস্পৰ সংযোজিত ঘটনা চিত্ৰিত হৈছে।

মই সকলোৰে ভৰিৰ ফালে চালো। মোৰ কাহিনী বুজিবলৈ হলে তোমালোকক আৰু এশ বছৰ লাগিব। মই কেৱল তোমালোকৰ কাৰণেইতো নিলিখো—। তোমালোকৰ লৰাছোৱালীৰ পৰম্পৰাৰ কাৰণেও লিখো। মই এশ বছৰ পিচতো, যুগৰ পিচতো জীয়াই থাকিম। মই নমৰো। মানুহৰ···এই কাহিনী এটা ফ্ৰেন্স গল্পৰ অনুকৰণ। অনুকৰণৰ লগে লগে নিৰ্লজ্জ···পিচত আৰু একো শুনা নগল। চকুৰে শোকমগ্ন যেন লগা তেওঁ।···

মই তেওঁৰে কাহিনী লিখিছো। মোৰ নিজৰ কাহিনী। সেইটো ভালবেয়া হব পাৰে—। কিন্তু সেইটো ফ্ৰেন্স গল্পৰ অনুকৰণ কেনেকৈ হব?

মোৰ মূৰ গৰম হৈ গ'ল। মনত এটা শূণ্যতাই হেঁচি ধৰিলে। কিমান অনায়াসে কৈ দিয়া হল যে এটা ফ্ৰেন্স গল্পৰ অনুকৰণ। ফ্ৰেন্স গল্পৰ ··

মানুহৰ সমাগম থকা বাটেৰে মই গলো। মানুহ আৰু যাত্ৰীৰ অতুল প্ৰবাহত মই কেৱল এটা বিন্দুহে। কলৈ যাম মই একো জনা নাছিলো।

মোৰ সমুখত ছায়াই বিচিত্ৰ ৰূপ ধাৰণ কৰি নাচিবলৈ ধৰিলে। —আকাশলৈ বাঢ়ি গল। কুকুৰে ভুকিছে। বহুদূৰৰ পৰা এটা ভয়লগা শব্দ ভাহি আহিল। মূহুৰ্তে মূহুৰ্তে সেই শব্দটো এটা চাইৰেনৰ দৰে মোৰ কাষলৈ আহি আছিল।

মোৰ চাৰিওফালে মানুহে জোৰে জোৰে চিয়ঁৰিবলৈ ধৰিলে। "তেওঁক মৃত্যুদণ্ড দিয়া, তেওঁক মৃত্যুদণ্ড দিয়া!" কিন্তু মই কোনোমতে গৈ সুৰক্ষিত মেবিনা পালোগৈ।

মই "প্ৰণয় মাৰ্গৰ" এখন শিলৰ বেঞ্চত বহি সময় চালো—দহ বাজি গৈছে।

চন্দ্ৰ পৃথিবীৰ ওপৰলৈ উঠিছে। আকাশৰ তলত চাৰিওপিনে কেৰল ফুলেই ফুল! বিজন সাগৰৰ তটভূমি আৰু উৎফুল্লিত ফুলৰ সুবাস লৈ বোৱা মৃদু বতাহ।

"শুভ্ৰ জোৎস্না পুলকিত যামিনী—
ফুল্ল কুসুমিত দ্ৰুমদল শোভিনী।"

ইন্ দা ডিৰ্জাট মুন…

বাছ আহিল। ক্ৰছিঙত নামি দূৰ্গৰ ফালে যাবলগীয়া আছিল। কণ্ডাক্টাৰে মোৰ কাৰণে বাছ ৰখালে নেকি? হব পাৰে; তেন্তে যাওঁ।—এটা গল্প আছে।

এইদৰে এই কণ্ডাক্টাৰজনেও মোক কব নেকি? তেওঁ হাঁহিছে। হয়তো তেওঁ বুজিব পাৰিছে। ঠিক! মই তোমাক বিৰক্ত নকৰো। তুমি যি লিখা মই সকলো পঢ়ো। ভাই, খুব লিখিবা।

কণ্ডাক্টাৰ, মই কৃতজ্ঞ।

বাছত মাথোন দুজনহে যাত্ৰী আছিল। এগৰাকী গাভৰু আৰু এজন পুৰুষ। তেওঁ বোধকৰো গাভৰুৰ স্বামী। তেওঁ অৰ্গেন্দী কাপোৰৰ সুন্দৰ ব্লাউজ পিন্ধিছিল। মই তেওঁৰ মুখখন দেখা নাছিলো—। তথাপি মই অনুমান কৰি লৈছিলো যে তেওঁ দেখাত ধুনীয়াই হব। তেওঁৰ মাতটো মিঠা আছিল। তেওঁ লাহে লাহে গাই আছিল।

দা হেপী ডেইজ আৰ হিয়েৰ এগেইন
স্কাই ক্লাউদ্চ আৰ ক্লিয়েৰ এগেইন।

বতাহত দুলি থকা চুলিবোৰ চম্ভালি তেওঁ বহি আছিল। তেওঁলোকে কিবা কথাত হাঁহিছিল। তেওঁ আকৌ গাইছিল।

দা হেপী ডেইজ আৰ…

তেওঁৰ আনন্দত সমগ্ৰ পৃথিবীয়ে ভাগ লৈছিল। লেভেল ক্ৰছিঙত নামি মই ভৰা অন্তৰেৰে সেই দূৰ্গটোৰ ফালে খোজ লৈছিলো।

ৰাতি যেতিয়া কোঠালৈ আহিছিলো তেতিয়া বহুত পলম হৈছিল। বতাহৰ লগত বৰষুণৰ টোপাল ভিতৰলৈ সোমালে মোৰ তেওঁলৈ

মনত পৰে। ইলেকট্ৰিক ট্ৰেনৰ শব্দ শুনিলেও তেওঁৰ কথা মনলৈ আহে। যেতিয়া মোৰ দেহৰ প্ৰতি অনু পৰমানু নাৰীৰ স্পৰ্শৰ কাৰণে লালায়িত হৈছিল তেতিয়াই তেওঁৰ লগত মোৰ দেখা হৈছিল। সেই মিলনে যেন মোক এটা নতুন জীৱনহে দিলে। হয়তো সকলো কোৱাৰ পাচতো তেওঁৰ বিষয়ে মই একোৱেই নকলো। হয়তো তেওঁৰ বিষয়ে একো নোকোৱাই ভাল হব।

মই তেওঁক দুখৰ কাৰণ কি সোধা নাই। শেষবাৰ মই তেওঁক 'এগমূৰ' ত দেখিছিলো। তেওঁ অভাৰ ব্ৰিজেৰে নামি আছিল আৰু মই ৰেলত গৈ আছিলো। ওপৰৰ ফালে চাওঁতে তেওঁৰ শকত ভৰি মোৰ চকুত পৰিছিল।

মোৰ হৃদয় দ্ৰবীভূত হবলৈ ধৰিলে। আৰু তেওঁক মই কেতিয়াও দেখা নাই। চাবলৈ নিশ্চয় বিচাৰো। হয়তো যোৱাৰ পৰত তেৱোঁ মোক বিচাৰে। চিনাকি ষ্টেচনটো পোৱাৰ সময়ত উৎকণ্ঠাৰে তেওঁ মোক বিচাৰে ছাগৈ।

মই অপৰাধী। এই গল্পৰ পাণ্ডুলিপি বুকুত সাৰটি মই বাগৰি আছো। ৰাতিপুৱা যেতিয়া চাইছিলো গোটেইবোৰ আখৰ ৰঙা পৰি গৈছিল।

মোৰ তেজ !
মোৰ কাহিনী !!

# অন্ধকাৰৰ আত্মা—

—এম. টি. বাসুদেৱন নায়ৰ

ভয় ভয় কৈ সি বাহিৰলৈ ওলাল। সি প্ৰথমে কোঠাটোলৈ চকু ফুৰালে। অচ্যুতন নায়াৰ গভীৰ নিদ্ৰাত মগ্ন আছিল। এটা মুহূৰ্তৰ বাবে সি শঙ্কিত হৈ উঠিল। উশাহ লোৱাৰ সময়ত তেওঁৰ উখহা ডিঙিটো চাবলৈ বৰ ভাল লাগিছিল। মুখৰ ভিতৰত সোমাই থকা চুপাৰীৰ টুকুৰাবোৰ ওলাই পৰিছিল। তেওঁৰ লোমাল হাত আৰু শকত শকত আঙুলিবোৰ দেখিলেই ঘিন লাগে, খঙো উঠে।

"সেই হাতেৰে গধূলি...কালি আৰু কেইদিনমান আগতে—'

বেলায়ুধনে ডিঙিটো ঘূৰালে—এতিয়াও বিষ আছে।

এদিন সেই হাতখন কাটি পেলাম। কিন্তু কোনেও গম নেপাব। এখন ডাঙৰ ছুৰী আগতে ঠিক কৈ থব লাগিব—যেতিয়া লোমেৰে ভৰা হাতখন পোণকৈ সি মাটিত শুই থাকিব, বাচ্..., সেই সময়ত মাত্ৰ এবাৰ—।

কালি···কালি···নাইবা কিছুদিন আগতে ?

পশ্চিমৰ বাৰান্দাত তাক গা ধুৱাবলৈ বহুৱাই দিয়া হৈছিল। কিছুদিনৰ পৰা অচ্যুতন নায়াৰেই ধুৱাবলৈ গৈছে। এইটো বেলায়ুধনৰ ভাল লগা নাই। আনে গা ধুৱাই দিয়ে—সি জানো সৰু লৰা ? ডাঙৰ হৈছে। বহুত ডাঙৰ। গোপীৰ সমান ডাঙৰ হলত কৰুতিপ্পৰম্বৰ নদীৰ ঘাটত গা ধুই আহিছে। মাকে ধুৱাই দিছিল। এতিয়া সি ডাঙৰ হৈছে। বুঢ়ীমাকে কৈছিল—"বিশ-এৰেকশ বছৰীয়া লৰা,—ধৰ্মক্ষয় ! ধৰ্মক্ষয় !"

বেলায়ুধনে বুজিছিল যে তাক উদ্দেশ্য কৰিয়েই কোৱা হৈছে। তথাপিও তাক গা ধুৱাবলৈ অচ্যুতন নায়াৰে মাতি নিয়ে। তামৰ তিনিটা ডাঙৰ ডাঙৰ পাত্ৰত পানী ভৰাই থোৱা হৈছে আৰু এটা পিতলৰ ফুটা লোটা পানী ঢালিবৰ কাৰণে···

যেতিয়া পানী ভৰাই থোৱা পাত্ৰৰ কাষত বহুওৱা হ'ল তেতিয়া বেলায়ুধনৰ মনলৈ এটা ভাব আহিল। পশ্চিম পিনৰ বাৰান্দাৰে এখন নদী বৈ যোৱা হলে কেনে হলহেঁতেন বাৰু? ঢাবি বান্ধি থোৱা ডাঙৰ ডাঙৰ নাওঁবোৰ আৰু মাছধৰা সৰু সৰু নাওঁবোৰ সেই পিনে গ'ল হেঁতেন! তাৰ কোঠাৰ সৰু খিড়িকীখনেৰে সেইবোৰ সি দেখিলেহেঁতেন। চিক্‌মিকিয়া মাছবোৰ নাচি বাগি এইপিনে আহিলহেঁতেন। ইচ্ছা কৰিলে সেইবোৰ ধৰিবও পৰা গ'ল হেঁতেন।

দেৱালৰ দাঁতিত থকা নলাৰ তললৈ সি তিনিওটা পাত্ৰৰ পানী খিনি বগৰাই দিলে। মাটিৰ লগত মিহলি হৈ পানী খিনি বৈ গ'ল। সি চাই আছিল তেনেতে অচ্যুতন নায়াৰে মাতিলে 'বেলায়ুধন'।

মতা নাছিল, চিয়ৰিছিল। বেলায়ুধনে ভয়তে তেওঁলৈ চালে।

"ফুটনি দেখুৱাইছ নেকি?"

—সি একো নকলে। তাৰ চকুযোৰ জুইৰ দৰে জ্বলি উঠিল। তামৰ বাচনৰ আঁৰত মুখখন লুকুৱাব বুলি ভাবি বাচনটো মাটিৰ পৰা তোলাৰ লগে লগে পিঠিত এটা ঢকা পৰিল।

'মোক নেমাৰিবা···মোক নেমাৰিবা' সি জোৰেৰে কান্দি উঠিল।

আইতা দুৱাৰ মুখ পালেহি—। তেওঁৰ পিছে পিছে আহিছিল বৰমা আৰু গোপী।

আইতাই চকুপানী টুকি টুকি কৈছিল—ঈশ্বৰে ক্ষমা নকৰে। তাৰ মগজৰ ঠিক নাই, সেই কাৰণে এনেকুৱা কৰে।

"লৰাৰ কাম আপুনি দেখিছে"? ডাঙৰ খুৰীয়ে ভোৰভোৰালে। মাৰিলেও, ওপৰৰ পৰা ঢকাও দিলে। এই সকলোবোৰ অহঙ্কাৰৰ কাৰণেই। আইতাই চকুপানী মছি ঠোকাঠুকি মাতেৰে কলে— "ধৰ্মনাশ! ধৰ্মনাশ।"

বেলায়ুধনে ডিঙিত হাত্ত ফুৰালে। এতিয়াও বিষ আছে।

এখন ধাৰ থকা ছুৰী অয়প্পনৰ কাষত আছে। যেতিয়া আবেলি সি মজুৰী লবলৈ ধানৰ গুদামলৈ যাব তেতিয়াই সেইখন আনি থব লাগিব।

যেতিয়া উখহা ডিঙিটো কঁপাই অচ্যুতন নায়াৰ শুই থাকিব তেতিয়া জোৰে এবাৰ— মাথোন এবাৰ। ৰাতিপুৱা মানুহে ৰং চাব।

এয়া বলিয়ালি নহয়, এইদৰে গোৰাঁৰামি কৰি যেতিয়া নায়াৰে মাৰিবলৈ বিচাৰিব তেতিয়াহে গম পাব যে হাতখন নাই।

আৰু যেতিয়া হাতখন বিচাৰি গোটেই ঘৰখনতে দৌৰি ফুৰিব তেতিয়া হাঁহি হাঁহি মই মাটিত বাগৰি পৰিম।

বেলায়ুধনে ডাঙৰ কোঠাটোৰ কাষৰ সৰু কোঠাটোত সোমাল। সি দেখিলে খিড়িকীৰ কাষতে আইতা এখন ঢাৰীত শুই আছে। আইতাৰ গোটেই গাতো সোতোঁৰা-সোতোঁৰ হৈ পৰিছে। সেইকাৰণে তাৰ ভাল নেলাগে, কিন্তু আইতাৰ ওপৰত তাৰ খং নাই কাৰণ আইতাই তাক কেতিয়াও নামাৰে আৰু একো নকয়ে। বাকী সকলোৱে মাৰিছে। গোপী আৰু কুট্টিশঙ্কৰণেও। সিহঁত লৰা মানুহ—লৰাই ডাঙৰক নামাৰে।

বৰমা তলত নাই—এয়া তাৰ ভাগ্য তেওঁৰ কোঠাটো ওপৰত। বৰমা, গোপী, তাৰ দেউতাক যেতিয়া ওপৰলৈ যাব তেতিয়া তললৈ আহিবলৈ সময় লাগিব।

ঘৰৰ দক্ষিণ ফালৰ কোঠাটো বৰ আন্ধাৰ। দুপৰীয়াও কোঠাটো আন্ধাৰ হৈ থাকে। মাজৰ চোতালৰ পৰাহে অলপ পোহৰ কোঠাটোত সোমায়। চুকত ধানেৰে ভৰা ডাঙৰ ডাঙৰ পাচী কিছুমান থোৱা আছে। তাৰ ভয় লাগিছিল কিজানিবা ইমান আন্ধাৰত ভূত বহি আছে। হয়তো মামাও তাত লুকাই বহি থাকিব পাৰে। নাৰিকলৰ সৰু ধানিও থাকিব পাৰে—। মামাই তাৰে মোক মাৰে। তেওঁ তাৰে মাৰি ভাল পায়। কিন্তু তাত যদি ভূতেই আছে মামানো কেনেকৈ লুকাই থাকিব?

চোতাল পাওঁতে মামীৰ কথা মনত পৰিল, কিয়নো নাৰিকলৰ ধানিৰে মাৰিবলৈ মামা সদায় সাজু হৈ থাকে। এদিন মামাকো মাৰিব লাগিব।

চোতালত তাক দেখা পোৱাৰ লগে লগে গোটেই ঘৰ কপাঁই তোলা মাতেৰে চিয়ঁৰিব—"অচ্যুতন…"

তেতিয়া অচ্যুতনৰ দৌৰি আহিবলৈ বেচিপৰ নেলাগিব। সেই চোতাললৈ আহিবলৈ তাক হাক দি থোৱা আছে। নায়াৰে তাক ঘূৰণীয়া ঘূৰণীয়া আঙুলিৰে তাৰ হাতত ধৰি লৈ যাব। সি তাৰ আঙুলিবোৰ ঘিন কৰে। সেই আঙুলিৰ স্পৰ্শত তাৰ এনে লাগে যেন ভেকুলীৰ গাতহে তাৰ ভৰিখন পৰিছে। চোতালত সি মাৰ খাব নালাগে। আইতাৰ কোঠাতো তাৰ গাত মাৰ নপৰে। উত্তৰৰ কোঠাটো পোৱাৰ লগে লগে অচ্যুতনৰেই ৰাজত্ব।

দুৱাৰৰ আঁৰ লৈ সি বাহিৰলৈ চালে। কোনো নাই। মামা আৰু শঙ্কৰণকুট্টিয়ে দেখা পাব পাৰে। দেখিলেই চিয়ৰি কব—"চোৱা দেউতা, ককাইদেউ ওলাইছে...।" মামীয়ে দেখিলেও সেয়ে হ'ব—। তেওঁ মামাক নামাতে। চিয়ৰি উঠিব—, অচ্যুতন নায়াৰ চোৱা ই বাহিৰলৈ ওলাইছে। কেতিয়াবা, কেতিয়াবা মোকো সোধে "কলৈ যাব?"

তেওঁ বগা দাগ থকা ওঁঠ তেওঁ দেখা নেপায়।

পাহাৰৰ ওপৰৰ পৰা এটা ডাঙৰ শিল আনিব লাগিব। যেতিয়া তেওঁ অচ্যুতন নায়াৰক মাতিব তেওঁৰ মুখত ভৰাই দিব লাগিব।

কুট্টীশঙ্কৰণক কি কৰিব লাগিব? তাৰ তপা মূৰটোত জাঁত থৈ, কাণত ধাৰ খোজ কাঢ়িবলৈ দিব লাগিব।

কিছুদিন চোতাললৈকে যোৱা নাই। চোকা ৰদে চকু চাট্ মাৰি ধৰে। ৰদ কমিলে মামাই চোতালত অহা-যোৱা কৰে।

'ওনাম্' মহোৎসৱৰ সময়ত গোবৰেৰে মচা চোতালত তুক্কাকৰপ্পন দেৱতাৰ চাৰিওপিনে চাউলৰ গুড়িৰে বেদী পূৰ কৰা হৈছিল। সেয়া আজিও একেদৰে আছে।

তুক্কাকৰপ্পন দেৱতাক চাবলৈ আহোতে অচ্যুতন নায়াৰে ডিঙিত ধৰি ঠেলা মাৰি দিছিল। তাত মামাই ডাঙৰ ডাঙৰ মানুহৰ লগত কথা পাতি আছিল। তেওঁলোকে যাতে তাক দেখা নেপায় সেই কাৰণে তাক মাৰি তাৰ পৰা খেদি পঠিওৱা হৈছিল।

চোতালৰ পৰা ৰঙচঙীয়া কাগজৰ টুকুৰা বুটলি বুটলি পশ্চিম ফালৰ দুৱাৰত ভেজা দি যোৱা পানী সিঁচা পাত্ৰত এবাৰ ডুবাই দিয়া

হৈছিল। আম গছৰ ছাঁত বহি বৰমাৰ দামুৰীটোয়ে ঘাহঁ পাগলি আছিল।

শীতল ছায়াত থিয় হৈ বেলায়ুধনৰ ভাল লাগিছিল।

এতিয়া আৰু কি ভাবিব লগীয়া আছে? ইয়াতে কৰবালৈ যাওঁ। অচ্যুতন নায়াৰ কৰবাত শুই আছে ছাগৈ—। মামা ভড়ালৰ ওপৰত আছে। বৰ ভাল সুযোগ।

দক্ষিণ ফালৰ দুৱাৰেৰে ওলাবলৈকো তাত ব্ৰাহ্মণৰ ঘৰ। সেই-ফালে যাবলৈ ভয় লাগে। ব্ৰাহ্মণৰ ঘৰৰ ওখ ঠাইত 'পুল্লানী' গছ পুলিৰ মাজত মূৰ খজুৱাই ডাইনীয়ে ওকনি চাই আছে।

ভগৱতী। ডাইনীক যেন কেতিয়াবা দেখা পাওঁ এয়ে কামনা। কেচুৱা লৰা ছোৱালীৰ তেজ শুহি সিহঁতৰ শবোৰ কুৰাত পেলাই দিয়াই ডাইনীৰ কাম। ডাঙৰকো বিৰক্ত কৰে। সি ডাঙৰ হৈছে। দুৱাৰেৰে সোমালে মূৰ তলকৈ সোমাব লাগে। গোফোঁ ঠুটিয়াইছে। সি মুখত হাত বুলালে। তাত খজুৰতী হৈছে। ডাঙৰ হলেও তাৰ সমুখত পৰিলে কি কৰিব? বতাহৰ দৰে বেগাই আহিব পাৰে। তাই ভগৱতী। সি দেখা নাই তাকে সি মনে মনে কৈছিল।

যদি অকলে থিয় হৈ থাকোতে আহি ওলায়! এডাল কলগছ হাতত লৈ নিজক বচাঁয়। কোবত তাই পলাই যাব। এই কথাটো কোনে কৈছিল?

নবৌয়ে কৈছিল কেইবছৰমান আগতে। কিন্তু এতিয়াও তাৰ মনত আছে। চিক্কৰ জাভিয়া পিন্ধি নৈৰ পাৰত মাটি খান্দি থাকোতে।

দৈৱকী নবৌ নে মা? কিয় আজি মা নাই নেকি? তালগছৰ পিচপিনে অনাহকতে গছ পুলিৰ মাজত মাটিত শুই আছে—মৰমৰ মা। মীনাক্ষী বাইদেৱে আৰু মায়ে "নটপ্পুৰা"ত বহি কৈছিল নেকি?

এওঁলোক নহলে অম্মকুট্টীয়েই হব। সেই সময়ত দামুৰীটোৰ পিঠিত এটা কাউৰী বহি আছিল। কাউৰীটো টেঙৰ, তাইৰ এটা চকু কণা। এই সকলোবোৰ বেলায়ুধনে জানে। লৰালি কালত পঢ়িছিল "কাউৰী কণা, কণা কুলি"—পঢ়াশালিৰ লৰাবোৰেও জানে। সি বহুত কথাই জানে, তথাপি সি কিবা কলে বা কৰিলে মানুহে কয়

মগজৰ ঠিক নাই। "পূৰ্ব জন্মৰ কৰ্মৰ ফল সেই তিৰোতাজনীৰ চকু মুদ্ খাইছে। বৰ ভাল হৈছে। এইবোৰ দুৰ্গতি চাবলগীয়া নহল।

এই সকলোবোৰ মানুহ তাৰ বিৰুদ্ধে। তাক ঘিন কৰে। এইবোৰ কথা বেলায়ুধনে জানে। যেতিয়া দামুৰীজনীৰ পিঠিত কাউৰীয়ে খুটিয়াছিল তেতিয়া মৃদু শব্দেৰে তাক কোনোবাই মাতিলে—"ককাইদেউ।"

প্ৰথমতে সি চঁক খাই উঠিছিল। ভাবিছিল ডাইনীজনীয়েই। কিন্তু ডাইনীয়েতো নাম কাঢ়ি নামাতে। সি যে কিমান বুৰ্বক।

পিচলৈ ঘূৰি চাই দেখিলে অম্মকুট্টী থিয় দি আছে।

বেলায়ুধনে খিলখিলাই হাঁহিলে।

অম্মকুট্টীয়ে হাতত জেতুকা সানিছে। কমলা ৰঙৰ পাটৰ কাপোৰ পিন্ধিছে। তাৰ ওপৰত তাইৰ দীঘল দীঘল চুলিবোৰ ওলমি আছিল। তেতিয়া তাই আকৌ মাতিলে।

"ককাইদেউ"

বেলায়ুধনে একো উত্তৰ বিচাৰি নাপালে। সি তাইৰ ৰঙা গালৰ পৰা চকু আতঁৰাবই পৰা নাছিল।

"ককাইদেউ কি চাইছা?"

"হুঁ! হুঁ।"

"ককাইদেউ বাহিৰত নুঘূৰিবা"

এতিয়া সি লাহেকৈ চকু তুলি ওপৰলৈ চালে। পাটৰ কাপোৰৰ তলেৰে অম্মুকুট্টীৰ পেটটো দেখা গৈছিল। তাৰ লাজ লাগিছিল। অম্মুকুট্টীৰ লগত কথা পতাৰ সময়ত সি অলপ পৰলৈ অচ্যুতন নায়াৰৰ কথা পাহৰি গৈছিল। খিড়িকীৰ লোহাত ধৰি সি তাইৰ হাতৰ ধুনীয়া আঙুলিবোৰ চাবলৈ বিচাৰিছিল।

"আঠুৰ খিলাত কেনেকৈ দুখ পালা?" সি কোনো উত্তৰ নিদিলে। তাইৰ ধুনীয়া আঙুলিবোৰ পকা কলৰ দৰে সুন্দৰ।

'কিয়, কালি মাৰ খাই নেকি?'

সি মনে মনে থাকিল।

'কি ভাবিছা?'

অম্মুকুট্টীয়ে কিবা শুনিবলৈ মুখ ঘূৰাই চালে।

'মামা আহিছে।'

বেলায়ুধনে এতিয়াও ভাবি আছিল এবাৰ ছোওঁক ?.. কেৰল এবাব ?

"ককাইদেউৰ এয়া অসুখ ভাল হৈ যাব—"

"হুঁ"

"অচ্যুতন নায়াৰৰ কথা মানি চলিব লাগে।"

"হুঁ"

"নহলে মাৰ খাব লাগিব— ।"

"হুঁ"

পৰহি ৰাতি কিয় কান্দিছিলা ?"

"হুঁ—হুঁ"

অম্মুকুট্টী খিড়িকীৰ কাষত থিয় হৈ আছিল। হাত বাহিৰলৈ ওলোৱাত অলপ অনুশোচনা হৈছিল। পিঠি দি ঘূৰি লৈ তাই কাপোৰ ঠিক কৰি ললে। আকৌ খিড়িকীৰ ওচৰত হাত থলে। তাৰ অলপ ভাল লাগিল।

ভয়তে কঁপি কঁপি সি সুধিলে, "মই হাতখন ছুব পাৰোনে ?"

সেইকথাত অম্মুকুট্টীৰ মুখত হাঁহি বিৰিঙি উঠিল। সি কিবা কলে গোপী আৰু শঙ্কৰনকুট্টিয়ে আমোদ পাই মুখ ফালি হাঁহে। অম্মুকুট্টীৰ হাঁহি তেনে নাছিল। তাই হঁহা দেখি তাৰ মনত গ্লানি ওপজিল।

সি লাহেকৈ আঙুলিবোৰ চুই চালে। অম্মুকুট্টীয়ে কেৰাহিকৈ চাই আছিল।

"ককাইদেউ, এতিয়া যোৱা নহলে অচ্যুতন নায়াব আহিব—" অম্মুকুট্টীয়ে কৈছিল।

কিন্তু নিজৰ ঠাইৰ পৰা লৰচৰ নহল। "বেগাই যোৱানা" তাই আকৌ কৈছিল। গম্ভীৰভাৱে তাই আকৌ কলে। সি তাতে থিয় হৈ থাকিল।

ভৰাল ঘৰৰ চিৰি বগাই তাই গুছি গ'ল। বেলায়ুধনে তাই যোৱা চাই থাকিল।

পশ্চিম ফালৰ চিৰি বগাই তাই গুণগুণাই গৈ আছিল।

তাইৰ আউলী বাউলী হৈ থকা চুলি কোছা, হালধীয়া ব্লাউজ, পকা আমৰ দৰে গাল···আহ ! অম্মুকুট্টী দেখাত কিমান ধুনীয়া।

কাপোৰ তলত ওলমি থকা কাৰণে বেলায়ুধনৰ বেয়া লাগিল। বোকা লাগি লেতেৰা হৈ গৈছে। ইস্ গোটেই গাতে মাটি লাগিছে। গোটেই মুখ খনতে সৰু সৰু দাড়ি ওলাই আহিছে। এইবাৰ যেতিয়া গোবিন্দ নাপিত আহিব তাক কব লাগিব।

অম্মুকুট্টীৰ গা কিমান পৰিষ্কাৰ—। অলপো লেতেৰা নাই। কলা পাৰীৰ তাই পিন্ধা কাপোৰখনো কিমান পৰিষ্কাৰ আছিল। যেতিয়া তাই খিড়িকী কাষত থিয় হৈ আছিল তেতিয়া গোটেই পৰিবেশ কেতেকী আৰু শেৱালি ফুলেৰে ভৰি পৰিছিল। বেলায়ুধনে নিজৰ হাতৰ গোন্ধ লৈ চালে। হায়, হায়, ইয়াৰ পৰা দেখোন কুকুৰাৰ আবৰ্জনাৰ দৰেহে বেয়া গোন্ধ ওলাইছে। গোন্ধলৈ তাৰ বমিহে আহিব খুজিছে।

অম্মুকুট্টীৰ হাত ছোৱাত তাইৰ আঙুলতো তাৰ হাতৰ ময়লা লাগিছে ছাগৈ। তাইৰ ছাগৈ তালৈ ঘিন লাগিছে।

যদি মামীয়ে গম পায় যে মই তাইক ছুইছো, তেন্তে কব নোৱাৰো মই কিমান মাৰ খাব লাগিব।

সকলোৰে মূৰ ফাটি যাওঁক—। মামাৰ, অচ্যুতন নায়াৰৰ, মামীৰ, বৰমাৰ, সকলোৰে। শঙ্কৰণ কুট্টিৰো। সি অন্য কোনোবা লৰা দেখিলে মাতি আনি এইদৰে তাক দেখুৱাই কয়—“চোৱা, এই সকলোবোৰ বেলায়ুধনৰ বলিয়ালি”। এনেদৰে সি মোক লৈ ঠাট্টা-বিদ্রূপ কৰে।

তাৰো মূৰ ফুটক !

অম্মুকুট্টীয়ে কিন্তু এইদৰে ধেমালি কৰি নেহাঁহে।

তাই দুখো নিদিয়ে। ভগৱতী ! তাইৰ মঙ্গল হউক।

সৰু ৰাস্তাটোৰ দুয়ো কাষে বাহঁৰ জোপোহা আছিল। তলত সাপৰ গাঁত। লতাবোৰ এডালৰ ওপৰত এডাল সাপৰ দৰে মেৰ খাই আছে। দিনত একো ভয় নাই কিন্তু ৰাতি তাত ভূতে নাচে।

এই ৰাস্তাটো সেই টিলাটোৰ নামনিত শেষ হৈ গৈছে। তাত আম গছৰ তলত হৰিজন তিৰোতাবোৰে পানী ভৰাই আছে।

“সৰু মালিক, কলৈ যোৱা—?” সি একো উত্তৰ দিয়া নাছিল। সিহঁতৰ জনাৰ কি দৰকাৰ? হয়তো মামাক লগোৱাই সিহঁতৰ উদ্দেশ্য। নহলে অচ্যুতন নায়াৰক মাতি আনিবগৈ।

ৰাস্তাৰ দাঁতিত ৰঙা মাটি খান্দি কৰা খালত কোনোবাই জোৰেৰে শিল মাৰিলে। সি লাহে লাহে টিলাটো পাৰ হ’ল—।

পানী ভৰাই থকা তিৰোতাবোৰৰ এজনীয়ে লৰাৰ মূৰত তেল সানি সানি লগৰীয়া এজনক কলে “তাক কিয় এনেকৈ বাহিৰলৈ ওলাব দিয়ে? চোৰা-চিতা কৰা মানুহ ছাগৈ এতিয়া লালকাল টোপনিত।”

বেলায়ুধনে সেই কথালৈ মন দিয়া নাছিল। সি পিচলৈ নোচোৱাকৈ টিলাটো বগাই আছিল। নামনিত না-না ধৰণৰ শুকান গছ গছনি আছে। টিলাৰ মাজতে এটা সৰু শিল পৰি আছে—। তাত উঠি তালফল বুটলি লব লাগে। বেলায়ুধনে সেই উদ্দেশ্যে টিলাটোলৈ গৈছে—। শিলটোৰ ওপৰত থিয় হৈ নামনিলৈ চালে বৰ ভাল লাগে। চাৰিওপিনে বিয়পি থকা ঘৰ, এপিনে মন্দিৰৰ কলচী আৰু আনপিনে তামোল গছৰ বাৰী। কিমান মোহলগা সেইবোৰ!

বহুদূৰলৈকে শুকান পথাৰ বিস্তৃত হৈ আছে। আনপিনে ৰঙা মাটিৰ ৰাস্তা আৰু তাৰ পাচত নদী।

বালিৰে ভৰা মাটি দেখি বেলায়ুধনৰ মনত অব্যক্ত স্মৃতি উথলি উঠিল।···গাই ধুৱাবলৈ নিয়া হৰিজন লৰা—, “ককাড়ী” ফল ভৰা সেউজীয়া পথাৰ। বগা নাৰিকলৰ পাতে সিঁচি দিয়া পানীৰে যোৱা মাছধৰা মানুহ।

মায়ে কৈছিল পানীত নেনামিবি। তাত ঘৰিয়াল থাকে। মাকে এইটোও কৈছিল ঘৰিয়াল ভয়ঙ্কৰ জীৱ—পানীত নমা মাত্ৰকে ধৰে।

তাত খেলিবলৈ মন যায়। অচ্যুতন নায়াৰ মামা বা আন কোনেও তাত খেলিবলৈ নিদিয়ে।

এৰা, আইতাই কেতিয়াবা খেলিবলৈ অনুমতি দিব খোজে—। তথাপি কয় "তোৰ বেমাৰ ভাল হৈ যোৱাৰ পিচত বেলায়ুধন"।

সদায় এই কথাই শুনে বেমাৰ ভাল হৈ যোৱাৰ পিচত··· । তহঁত সকলোবে বেমাৰ। নহয়, নহয়, এইদৰে কব নেলাগে।

ইহঁত আটাইকে লাঠিৰে কোবাব লাগে। সকলো মৰি যাওঁক—। নহয়, নহয় সকলো নহয়। অম্মুকুট্টী বাচি যাওঁক। সকলো মৰি যোৱাৰ পিচত কেৱল আমি দুয়ো বাচি থাকো। কিন্তু অকলে কেনেকৈ থাকিম? সকলো ঠাইতে চয়তান আছে—। চোতালত, কোঠাত, ভড়ালত, সকলোতে। আইতাইও এই সকলো কথা জানে। আমাৰ পূৰণা মামাও ভূত।

চাতুমামাই ৰাতি ঘৈনীয়েকে বন্ধা কুকুৰাৰ মাংস খাই পানীৰ কাৰণে আকুল হৈ মৰি থাকিল। মাংসত বিহ মিহলোৱা হৈছিল। তেওঁ চিয়ৰি আছিল কিন্তু কোনেও নুশুনিলে। আজিও আন্ধাৰ ৰাতি পানীৰ কাৰণে তেওঁ আকুল হৈ চিয়ৰা শুনা যায়। বেলায়ুধনে গোটেই ৰাতি তেওঁৰ চিয়ৰ শুনি মন দি বিচনাত পৰি থাকে।

সকলো ছাই হৈ যোৱাৰ পিচত ভড়ালত মোহৰ ভৰা কলহ পাব। যদি সোন পোৱা যায় তেন্তে 'টাম্নি' টিলাত সজা জুপুৰীৰ সলনি এটা ডাঙৰ ঘৰ সাজিব পৰা যাব। সেইটো দেখিবলৈ মহলৰ দৰে হব। য'ৰ খিড়িকী ফুলেৰে সজোৱা হব আৰু দুৱাৰত ছবি লগোৱা থাকিব। সোনৰ বাচন থাকিব। সেই মহলটো বৰ ওখ, আকাশ চুব পৰা হব।

এদিনতে সকলো ছাই হৈ যাব। বঙা-বঙা জিভা উলিয়াই সকলোকে গিলি পেলোৱা জুই। তেতিয়া মই সোনৰ মোহৰেৰে ভৰা কলহ লৈ সৌ টিলাটোৰ ফালে লৰি যাম। সোনোৱালী পাৰীৰ কাপোৰ পিন্ধা ৰাজকুমাৰৰ দৰে যাম। অম্মুকুট্টী বিস্মিত হৈ যাব।

আজিয়েই জুই লগাই দিওঁ নেকি?

আটাইতকৈ আগতে ভড়ালত। মামাই প্ৰথমে ছাই হৈ যাওঁক। অচ্যুতন নায়াৰক মামাইহে ৰাখিছে: "বাহিৰলৈ গলে কাটি পেলোৱা হব"—মামাই কৈছিল। শঙ্কৰণকুট্টিৰ পিঠত হাত থোৱাৰ

কাৰণে মামাই মোক বৰকৈ মাৰিছিল। অচ্যুতন নায়াৰৰ হাতত কেইটামান ডাঙৰ ডাঙৰ নাৰিকলৰ টুকুৰা আছিল।

গোটেই ৰাতি মামাই তাশৰ কলহ বিচাৰিব কিন্তু নেপাব। তাস মামাই কলহ কত থৈছিল তাৰ কোনো চিন চাব নাই। তাস মামাই নিজেও নাজানে।

সেয়া বহুত পুৰনি কথা—। আইতাই তাক সেইকথা কৈছিল। সেয়া আইতাৰো লৰালি কালৰ কথা। মামাই বেপাৰ কৰি বহুতো টকা ঘটিছিল। সেই সময়ত সোনৰ মোহৰৰ প্ৰচলন আছিল। তেওঁ কলহত মোহৰ ভৰাই পুতি থৈছিল। কলহ ক'ত আছে কাৰো মনত নাই। গাতঁ খান্দি খান্দি সিহঁত মৰি গ'ল।

আজিও ৰাতি গাঁত খন্দাৰ শব্দ শুনা যায়। বেলায়ূধনে শুনিবলৈ কান থিয় কৈ যায়। গধুলি ভড়ালটো দেখিলে ভয় লাগে। তাশ মামা গাঁত খান্দিবলৈ তালৈ আহে হবলা।

বেচেৰা তাশমামাই বলিয়া হৈ সকলো কথা পাহৰি গৈছিল। বেলায়ুধনৰ সকলো কথা মনত আছে। মামালৈও মনত আছে। অম্মুকুট্টীৰ লগত স্কুললৈ যোৱাৰ কথাও মনত আছে। পগলা কুকুৰটোক মৰাৰ কথাও মনত আছে। চোতালত তেজ আছিল। বেচেৰা কুকুৰটো! বলিয়া কুকুৰক মৰিয়াই মাৰি পেলাৰ পাৰি। বাহঁৰ পৰা ওলাই এজাক বৰল গোটেই পথাৰ খনতে উৰি অছিল। তাৰ ভয় লাগিছিল। পকি উঠা শইচৰ পথাৰত সি লুকাইছিল। সেইদিনা অম্মুকুট্টীও লগত আছিল আৰু এজনী সৰু ছোৱালীও আছিল। কিন্তু তাই দেখাত ধুনীয়া নাছিল।

যিমানবোৰ ঘটনা ঘটিছিল তাৰ সকলোবোৰ মনত আছে। সেইকাৰণেই তাৰ গাত বলিয়ালি নাই, সি পগলা নহয়।

তথাপি গোপীয়ে, শঙ্কৰণকুট্টীয়ে আৰু চুবুৰীয়া মানুহে কয় 'সি পগলা'।

সিহতঁৰ মাক দেউতাকক মৰা উচিত। মিছা কৈ মানুহক বিৰক্ত কৰে। ইহঁত সকলোকে মৰা উচিত।

এখন চোকা কটাৰী লাগে।

গছ পুলিৰ মাজেৰে মূৰ উলিয়াই এজনী কলা ছাগলীয়ে ‘বেঁ…বেঁ’ কৰিছিল। ছাগলীয়েই নহয় জানো? বেলায়ুধনে চঁক খাই উঠিল। তথাপি ওচৰলৈ গৈ দেখিলে ছাগলীটো নাই। ডাইনীয়ে ছাগলীৰ ৰূপ লৈ লুকাই আছে হবলা। ভয়তে সি চাৰিওপিনে চালে। উজলি উঠা পোহৰত কিছুমান কলা আকৃতি ইপিনে সিপিনে একেলগে অহা দেখা গ’ল। ওচৰৰ কলা শিলৰ দম এটা মূৰ তুলি উঠা দেখা গ’ল। বদ পৰি আহিছে আৰু এতিয়া আন্ধাৰে আৱৰি পেলাবলৈ ধৰিছে। আন্ধাৰত জুই চোবাই খোৱা চয়তান থাকে। সি অৱশ হৈ চকু মুদি থিয় দি ৰ’ল। তেনেতে সেই আন্ধাৰৰ পৰা এটা মাত শুনা গ’ল “বেলায়ুধন”। এখন খহটা হাত তাৰ কান্ধত পৰিল।

“মোক নেমাৰিবা…মোক নেমাৰিবা।”

‘বেলায়ুধন’…!

“মোক নেমাৰিবা,”—মোক নেমাৰিবা।

চকু বন্ধ কৈ আন্ধাৰত সি ভয়তে চিয়ঁৰি চিয়ঁৰি পৰি গল।

“মোক নেমাৰিবা…মোক নেমাৰিবা।”

## ২

যেতিয়া চকুৰ পৰা আন্ধাৰ আঁতৰিলে তেতিয়া বাহিৰত কলগছৰ মাজত পোহৰৰ ৰেঙণি পৰিছিল।

কোঠাটো আন্ধাৰ। ঢাৰি পাৰি লৈ ভালদৰে বহিল। মূৰ বিষাবলৈ ধৰাত দেৱালত আউজি আৰামকৈ বহিল। চাৰিওপিনে নিস্তব্ধতা। বাহিৰৰ পোহৰত কলা কলা আকৃতিবোৰ ইপিনে সিপিনে লৰি আছিল, কিন্তু কোঠাৰ ভিতৰত থকা কাৰণে ভয়ৰ কোনো কাৰণ নাছিল। খিড়িকীখন সৰু তাৰে ভূত ভিতৰলৈ সোমাব নোৱাৰে।

অমিতা গছৰ পাতবোৰৰ মাজেৰে আকাশৰ অকনমান চকুত পৰে। ধুনীয়া তোৰণৰ দৰে তৰাবোৰ দেখা গৈছিল। চাওঁতে চাওঁতে সেই সকলোবোৰ তৰা কলা হৈ গ’ল তৰাও জানো কলা হয়?”

আঠুত মূৰ গুজি বহিল। যেতিয়া চকু মুদে তেতিয়াই তাৰ পৰা কলা আৰু ৰঙা গোলা ওলাই থকা দেখা যায়।

পোহৰলৈ বাট চাই কোঠাটোত বহি থাকিল। দিনৰ শেষত কল গছৰ মাজৰ পৰা সেই কলা কলা আকৃতিবোৰ নোহোৱা হৈ যাব।

অচ্যুতন নায়াৰক দেখিলেই সি খঙত জ্বলি উঠে। দুৱাৰ বাহিৰৰ পৰা বন্ধ। আগতে এনে কৰা নহৈছিল।

'দুৱাৰ খুলি দিয়া' সি জোৰেৰে চিয়ঁৰিছিল।

কোনো উত্তৰ নাই।

সি পুনৰ চিয়ঁৰি উঠিল—'দুৱাৰ খুলি দিয়া' এইবাৰো কাৰো সাৰ-সুৰ নাই। শেষত সি দুৱাৰখনত জোৰেৰে লঠিয়ালে।

দুৱাৰ ভাঙি তলত বাগৰি পৰিল। বাহিৰত অচ্যুতন নায়াৰ আৰু মামাক দেখা গ'ল। দুয়োকে একেলগে দেখি তাৰ ভয় লাগিল। এজনে ধৰিলে, আনজনে মাৰিলে। এওঁলোকে কি কৰিব খুজিছে? এতিয়া তাৰ ওচৰত এখন চুৰী আছে। একেবাৰতে দুয়োৰে মূৰ তলত বাগৰি পৰিব। ইহঁতে নিজৰ মূৰ লুকুৱাই থয়। মামা আৰু অচ্যুতন নায়াৰে বিচাৰি আহিলেও নিদিওঁ।

সি চকুযোৰ তললৈ নমাই থিয় দি থাকিল। মামাই কলে—"ঐ তই মোৰ মাৰ নাখাবি"—অচ্যুতন নায়াৰে বুকু খজুৱাই কলে "ফুটনি দেখুৱাইছ? হাড় গুড়ি কৰি পেলাম, মনত ৰাখিবি। অলপ বাহিৰলৈ ওলাই চা—। মই ঠিক নকৰো যদি···।"

"মুখ বন্ধ কৰ, মামাই কলে 'এটা কথা কলেই পুলিচক গতাই দিম।"

তেতিয়া বেলায়ুধনে নিজৰ মনতে ভাবিছিল যে সি পুলিচৰো মূৰ কাটিব লাগিব।

চুৰী পালে সিহঁতক সেয়া কৰি দেখুৱাম, সি ভোৰভোৰাবলৈ ধৰিলে। মামাই অলপ পৰ থিয় হৈ থাকি অচ্যুতন নায়াৰক কলে "এতিয়া সি সকলোকে বিৰক্ত কৰিব ধৰিছে—"

"এই সকলোবোৰ তাৰ মতলব" বেলায়ুধনলৈ ঘোপাকৈ চাই অচ্যুতন নায়াৰে কলে।

"বদমাচী কৰিলে মূৰ ভাঙি দিম" মামাই কলে "ইয়াক বন্ধ কৰি খোৱাই ভাল।" অচ্যুতন নায়াৰে দুৱাৰ বন্ধ কৰি উভতি গুচি গল।

দুৱাৰ বন্ধ হৈয়েই থাকিব। পুৱা আৰু গধূলি অচ্যুতন নায়াৰে অলপ সময়ৰ কাৰণে ফুৰাবলৈ নিব। সি কান্ধত হাত থৈ বেলায়ুধনৰ লগত খোজ কাঢ়ে। সেইটো বেলায়ুধনৰ ভাল নেলাগে।

সিহে কেৱল তাব কোঠালৈ আহে। কেতিয়াবা, কেতিয়াবা দুৱাৰৰ ওচৰত আইতাৰো মাত শুনা যায় "ধৰ্মনাশ, ধৰ্মনাশ।"

দিনত পছিমফালৰ খিড়িকীৰ ওচৰত বহিবলৈ বেলায়ুধনৰ ভাল লাগে। তাত বহিলে কলৰ বাৰী, অমিতাৰ গছ, ছাগলী বন্ধা ঠাই চকুত পৰে। অমিতা গছৰ ছঁাত গোপীশঙ্কৰ আৰু চুবুৰীৰ লৰাবোৰে খেলে। সিহঁত কেতিয়াবা কেতিয়াবা খিৰিকীৰ ওচৰলৈ আহি দাঁত নিকটাই গুচি যায়।

এদিন শঙ্কৰ কুট্টীয়ে পিঠিত ঢকা মাৰিছিল। পাচদিনা বেলায়ুধনেও তাৰ প্ৰতিশোধ লৈছিল।

বাহিৰৰ কৰবাত কাহঁৰ বাচন শিলত খুন্দা লাগি পৰিল। সেই শব্দ শুনি ভাল লাগিছিল। তাৰ পাচত কেচুৱাৰ কান্দোন শুনা গৈছিল। অলপ পৰ পাচত অচ্যুতন নায়াৰ আহিল আৰু কলে "কেচুৱাক আমনি কৰিলে তোৰ হাড় এডাল এডাল কৈ উলিয়াম।"

বেলায়ুধনে ভাবিলে—"এখন চুৰী পোৱা হলে"—

"বদমাচী কৰিবি পুলিচে ধৰি লৈ যাব লাগে নেকি?"

"মই অচ্যুতন নায়াৰৰ মূৰ কাটি পেলাম"

"ঐ",—সি ভোৰভোৰালে, "তই কি কৈছ?"

সি আকৌ ভোৰভোৰালে, "মই মূৰ কাটি পেলাম।"

অচ্যুতন নায়াৰে হাত দাঙিলত সি কান্দি দিলে।

"মোক নেমাৰিবা"…"মোক নেমাৰিবা"

"তোক মনে মনে থাকিবলৈ কৈছো নহয়।"

"মোক নেমাৰিবা ··মোক নেমাৰিবা।"

বাহিৰত তেতিয়াও কৈ আছিল "ধৰ্মক্ষয়, ধৰ্মক্ষয়।"

অচ্যুতন নায়াৰ যোৱাৰ পাচত সি খিৰিকীৰ কাষত বহিলগৈ।

বাহিৰৰ পাতৰ মাজৰ পৰা কলা, কলা আকৃতি কিছুমান অহা যোৱা কৰা যেন দেখা গ'ল।

আন্ধাৰ হোৱাৰ পাচতহে ভয় লাগে। আন্ধাৰত খিৰিকীৰ ওচৰলৈ আহে যদি ? জুই খোৱা ভূত, ··অপৰা চুলিৰ ডাইনি ?···তেতিয়া···

ৰাতি আৰু আন্ধাৰলৈ তাৰ ঘিন লাগে। ওৰে ৰাতি বেৰাত ভেজা দি সি বাহিৰলৈ মন কৰি বহি থাকে। কোৰ মৰাৰ শব্দ শুনা গৈছে নেকি! নে তুৱাৰেৰে এনেকৈ কোনোবাই মাতিছে ?

মাটিৰে মলিয়ন বুকুত চকুপানী পৰিছে।···কিমান বেদনা! বাহিৰ খন দেখা নেযায়। বদ পৰি আহিছে···আন্ধাৰে আৱৰি ধৰিছে।

জুই চোবাই খোৱা আন্ধাৰক আশ্রয় দিয়া আন্ধাৰ।

সি বেৰৰ পিনে মুখকৈ থিয় হ'ল। মুখ ঘূৰাই চাবলৈও ভয় লাগে। খিৰিকীৰে ৰাহিৰত কাবোবাক দেখা গ'ল।

মূৰ ঘূৰাই লাহেকৈ এবাৰ চালে। ভয় লাগিল। চুলি মেলি থোৱা আছে। মুখত জুই আছে নেকি ? জুন জুন শব্দ হয়তো ভৰিত পিন্ধা নূপুৰৰ।

"ককাইদেউ" এটা মৃদু মাত শুনা গ'ল। ভয়তে সি মাটিত মুখ গুজি শুই পৰিল।

"ককাইদেউ, এয়া মইহে···"

বেদনাত আৰু ভয়ত তাৰ মুখেৰে ওলাল "মোক নেমাৰিবা,···মোক নেমাৰিবা।"

সেই খিৰিকীখন পাতৰ ঢাৰিৰে বন্ধ কৰি বন্ধ কৰি দিয়া হ'ল।

এতিয়া পাতৰ মাজেৰে অহা পোহৰে কোঠাটো ভেদ কৰিছে।

কিছুদিন যোৱাৰ পাচত কোঠাৰ আন্ধাৰলৈ ভয় নোহোৱা হৈ গ'ল। চাৰিওফালে মনে মনে বহি থকা কলা কলা আকৃতিবোৰ তাৰ লগৰীয়া হৈ পৰিল। সিহঁতে তাৰ কাণত হেজাৰ বিজাৰ কথা কবলৈ ধৰিলে। তাৰো কিবা কবলগীয়া আছে। এদিন,তাশ মামাই যি সোনৰ কলহ পুতি থৈছিল সেয়া আনিবলৈ আছে। তান্নী টিলাৰ

ওপৰত মহল সাজিম। তাৰ সাত মহলাত বহি নদী আৰু নাওঁ চাই থাকিম।

নাৰিকলৰ পাতৰ মাজেৰে এযোৰ চকু দেখা গৈছিল। বাহিৰৰ পৰা কোনোবাই জুমিছে। কিবা শব্দও শুনা গৈছে।

"ৰিৰানকুট্রীৰ ভাগ্য !" ...

সেই মানুহজনীয়ে এই দুখ বেদনা নেদেখাকৈয়ে গ'ল। কিমান যে ভাল হ'ল।

বেৰত মোহৰৰ দৰে পৰা পোহৰ দেখা গৈছিল। ওপৰত আন্ধাৰত লুকাই থকা লগৰীয়াহঁতৰ সৈতে বহুত কথা পাতিব।

...এবাৰ অচ্যুতন নায়াৰে বাচনত ভাত লৈ আহিল। দুৱাৰ খোলাৰ লগে লগে সি তাৰ সমুখত জপিয়াই পৰিল।...নায়াৰে কাঁহীখন বাহিৰত থৈ দুৱাৰ বন্ধ কৰি গুছি গ'ল। যেতিয়া সি উভতি আহিল, তেতিয়া হাতত এডাল চেকনি আছিল।

"আৰু এনে কৰিবি নে ?" সি সুধিলে। তেতিয়া বেলায়ুধনে চেকনি ভাল দেখিলে।

"মই তোক কতবাৰ কৈছো যে শৌচ কৰা লাগিলে মোক মাতিবি—"

প্ৰথম কোবটো কান্ধত পৰিল। আনদিনাৰ দৰে বেলায়ুধনে নেকান্দিলে। খঙত তাৰ মন আৰু চকু জ্বলি উঠিছিল।

"যেনেকৈহে চাইছে যেন পুৰিহে পেলাব" আকৌ কোব পৰিল।

"আৰু কৰিবি ? তোৰ বলিয়ালি মই উলিয়াম। নায়াৰে কৈ আছিল, মাৰিও আছিল।

"আৰু এনে কৰিবি ?"

চিয়ৰ-বাখৰ শুনি আইতা দুৱাৰৰ কাষলৈ আহিল। পাচত বৰমাও—।

আইতাই ঠোকাঠুকি মাতেৰে কলে—"অচ্যুতন, নেমাৰিবা—, ঈশ্বৰে তোমাক ক্ষমা নকৰিব।"

"এই সকলোবোৰ তাৰ ঢং কালী আই।" আইতাই নিজৰ "ধৰ্মনাশ" আকৌ দোহাৰিলে। "মাৰৰ বাহিৰে আন দৰব নাই।"

সিমান পৰে মামাও পালেহি। দুৱাৰৰ ওচৰলৈ আহিয়েই তেওঁ নাকত সোপা ললে। অচ্যুতন নায়াৰে ডাঙৰ ডাঙৰ কৈ কলে ৰাতিপুৱা আৰু গধুলি সি বেলায়ুধনক বাহিৰলৈ লৈ যায়—তথাপি সি কোঠা লেতেৰা কৰে।

কি, কোঠাতো বন্ধ কৰিব নোৱাৰে নেকি ?"

"ইয়াৰ কথা আৰু মই কি কম।"

"এনেকুৱা হলে এই ঘৰত কেনেকৈ থাকিবা—!"

গোন্ধত ইয়াত কোনোবাই কিবা খাব পাৰিব নে ?"

"উত্তৰৰ ফালৰ সৰু কোঠাটোলৈ নোথাৱা কিয় ?" মামাই কলে।

"তাত দুৱাৰ নাই তাতো যদি শৌচ কৰে—?

সেই কোঠাটো ৰান্ধনি ঘৰৰ ওচৰতে— ।"

অচ্যুতন নায়াৰে মামাৰ কাণ ঘোলা কৰিবলৈ ধৰিলে।

ফেচকুৰিয়াই থকা চকুহাল ঘনাই মেলা মুদা কৰি আইতাই কথা বোৰ শুনি আছিল। চকু মচি মচি "ধৰ্মনাশ, ধৰ্মনাশ" কৰিবলৈ ধৰিলে।

"ইয়াকে চাবলৈ মই জীয়াই আছো নে ?"

আইতাৰ কথালৈ কোনেও মন নকৰিলে। তেওঁ লাহে লাহে কঁপি কঁপি গুচি গল।

সেইদিনা বেলায়ুধনে ভাত নেখালে। মামা আৰু অচ্যুতন নায়াৰৰ কথাবোৰ তাৰ কাণত বাজি থাকিল। সিহঁতে মোক মাৰিবলৈ ঠিক কৰিছে। নিশা ভাতত বিহ দিব। তাশ মামাকো কুকুৰাব মঙহত বিহ দি খুৱাইছিল, নহয়। গোটেই গাটো বিষত কপিবলৈ ধৰিলে।

লোহাৰ থালৰ ভাত মাটিত পেলাই দিলে।

...ইস্...সি দেখিলে গোটেইখন মজিয়া লেতেৰা হৈ গ'ল। এয়া, কেতিয়া হ'ল ? সি বমি কৰিছে।

পাতেৰে ঢকা খিড়িকীৰে সি চিয়ৰিলে। এখন চুৰী পোৱা হলে ! অচ্যুতন নায়াৰে খিৰিকীৰ পাচফালে থিয় হৈ চাই আছে। মাৰিবলৈ বাট চাইহে আছে।

নাৰিকলৰ পাতৰ মাজেৰে জ্বলি থকা এযোৰ চকু।

বেৰৰ ওচৰত থিয় হৈ ভয়াৰ্ত কণ্ঠেৰে সি কলে..."এনে নকৰো,—এনেকুৱা নকৰো···মোক নেমাৰিবা···"

"ককাইদেউ"...বাহিৰৰ পৰা সহজভাৱে কোনোবাই মাতিলে। "সেয়া কোন?"

"এয়া মই, ককাইদেউ,—অম্মুকুট্টী।"

"অম্মুকুট্টী ...অ'...অ..."

"ককাইদেউ..."

লগে লগে কন্দাৰ শব্দ। সি তাৰ অনুকৰণ কৰিলে আৰু পিচত জোৰেৰে কঁপি কঁপি চিয়ৰিলে।

মৃদু মাতত আকৌ সেয়া শব্দ শুনা গ'ল। খিৰিকীত ধৰি আকৌ থিয় দিলে।—আকৌ মাতিলে, "মূৰ মই ..ম।"

নহয়। তুনাই শব্দ নাহিল।

পৰিবেশ শান্ত হ'ল। মানুহে এনেয়ে কষ্ট দিয়ে।

....খিৰিকীত ধৰি বহুপৰ থিয় হৈ থাকিল। পাতৰ মাজেৰে লাহে লাহে বতাহ ভিতৰলৈ আহিল। বিষাই থকা ডিঙি আৰু কান্ধত চেঁচা বতাহ লাগি ভাল লাগিল।

প্ৰথমতে কোনে বা মাতিছিল? কি কি শুনিছিলো। একো স্পষ্ট নহয়...মনতো নপৰে। সি যেনিবা আন্ধাৰত হেৰাই যোৱা কিবা বস্তুহে বিচাৰিছে।—

তাৰ এনে লাগিল যেন সেই শব্দৰ লহৰ পুনৰ শুনা গ'ল—

"ককাইদেউ···"

···সঁচা··· !···সি উচ্‌প খাই উঠিল। তাৰ চকু পানীৰে ওপচি পৰিল।

৩

বেলায়ুধনে ভঙা মাটিৰ বাচনৰ টুকুৰা এটা হাতত লৈ মজিয়াত চিৰিৰ ছবি আঁকি বহি আছিল।

অন্ধৰ লাখুটি চকুৰ আঁৰত আছে। এতিয়া বাৰু ক'ত আছে—?

চাৰিওপিলে চকু ফুৰাই চালে। ঘৰৰ দক্ষিণফালৰ কোঠাত শুই আছো। উঠি থিয় হলত মূৰটো গধুৰ গধুৰ লাগিল। ভৰিত বিষ আছে। হালি দিওঁতে ভৰিৰ পৰা এটা শব্দ ওলাল। চাই দেখিলে ভৰিত শিকলিৰে বন্ধা আছে। মূৰ তলকৈ বহিল আৰু ওচৰৰ পৰা শিকলি ডাল চাবলৈ ধৰিলে। শিকলি ডালৰ এটা মূৰ এটা ডাঙৰ কাঠৰ খুটাত বিন্ধা কৰি বান্ধি থোৱা হৈছে। শিকলি টানি বন্ধা কাৰণে ভৰিৰ ছাল এৰাই ঠাই ডোখৰ ৰঙা পৰিছে—। কোনে বান্ধিলে ভৰিত শিকলি ?

বেলায়ুধনে ভাবিবলৈ ধৰিলে। এইটো কোঠালৈ কেতিয়া আহিলো ? কোনে এনে কৰিলে ? সকলোৱে মোক লৈ ধেমালি কৰে।

গোটেই খন মজিয়া লেতেৰা মাটিৰে ভৰা। ওচৰে পাজৰে কিমান লেতেৰা ! বেলায়ুধনে মনত পেলাই চালে। একো মনত নপৰে। পাৰ হৈ যোৱা কথা কুৱলীৰ দৰেহে স্পষ্ট। তাৰ মাজৰ পৰা এটা প্ৰশ্ন বাৰে বাৰে গুজৰি উঠিল। মানুহক জানো শিকলি পিন্ধোৱা হয় ? কুকুৰৰ দৰে···বেমাৰ হৈছিল এই কাৰণেই সৰু কোঠাটোত থোৱা হৈছে ছাগৈ। কিন্তু মানুহক জানো শিকলি পিন্ধায়··· কুকুৰৰ দৰে ?

বাহিৰত কোমল বদৰ আবেলি—। চোতালৰ কলগছৰ পৰা কেৰ্কেটুৱাই ৰস খায়। কলগছৰ বাকলি দাঁতেৰে কুটে—। এখন পাতৰ পৰা আনখন পাতলৈ···আকৌ তাৰ পিচত আন এজোপা কলগছলৈ—।

ৰান্ধনি ঘৰত শব্দ শুনা গৈছে—কোনোবা বাহিৰলৈ আহে যদি···

হয়তো মোৰ বেমাৰ হোৱা কাৰণে এইটো কোঠাত থৈছে—। কোনোবা বাহিৰলৈ আহিলে মোৰ একো বেমাৰ নাই বুলি কব পাৰো। এতিয়া বেমাৰ ভাল হ'ল, ভৰিত শিকলি খুলি দিয়া। মানুহক জানো শিকলি পিন্ধোৱা হয়।

ৰান্ধনিঘৰৰ খিড়িকী খুলি নাদৰ পৰা কোনোবাই পানী ভৰাই আছে। বাল্টি পানীত পেলোৱা শব্দ শুনা গৈছে।

"বৰমা....বৰমা..."

একো উত্তৰ নেপালে।

কাক মাতো? ইহঁত অদ্ভুত মানুহ।

মোৰ এতিয়া একো নাই...একো নাই।

মাটিত পৰি থকা কাপোৰ আৰু লেতেৰা শৰীৰটো দেখি তাৰ ঘিন লাগিল। নিজৰ গাটো ওচৰৰ পৰা চোৱাৰ পাচত তাৰ লাজ লাগিল। কঁকালৰ তলছোৱাত একো কাপোৰ নাই। ইস্ কোনোবাই দেখিলে কি কব? কাপোৰ নিপিন্ধা অবস্থাত যেন কোনেও নেদেখে।...সি কিবা কেচুৱা নেকি, ডাঙৰ হৈছে। ঘনকৈ গজা দাড়িৰ কাৰণে ডিঙিত খজুৰতী হৈছে। তথাপি কাপোৰ নোহোৱাকৈ...

বেলায়ুধনে মূৰ তলকৈ বহি পৰিল। এখন কাপোৰ লাগে। কাক মাতো? বৰমাক....নহয়। সি গোপীক মাতিলে। জোৰে জোৰে কেবাবাৰো মাতিলে।

কাপোৰ পিন্ধাৰ আগতে যেন কোনো ভিতৰলৈ নাহে। কোনোবাই কোঠাৰ ওচৰলৈ আহি সুধিলে, "কি লাগে?"

"ইয়ালৈ নাহিবা....গোপী ক'ত?"

"ময়ে গোপী।"

গোপীয়ে কাষত ৰঙা ৰং থকা জাঙিয়া আৰু কামিজ পিন্ধিছে। বৰ সাৱধান হৈ পৰিছে।

"মোক কিয় মাতিছা?"

"মোক এখন কাপোৰ লাগে।"

"ফালিবলৈ, নহয়? উহু"

"নাফালো গোপী, সোনকালে আনা...কোনোবা অহাৰ আগতে..."

গোপায়ে দ্বিধা বোধ কৰিলে।

"ভাল লৰা, নহয় তুমি, সোনকালে আনা।

গোপীয়ে এখন ভাল কাপোৰ লৈ আহিল। বেলায়ুধনে ভাল পালে...একেবাৰে পৰিষ্কাৰ আছিল।

"ফালিবা?"

"ফালিম, কিয় ?"

"ফালিবলৈ নিদিও।"

"এইফালে দে গোপী...কোনোবাই দেখে যদি।"

গোপীয়ে দুৰৈৰ পৰা কাপোৰখন দলিয়াই দিলে।

বেলায়ুধনে কাপোৰ পাই অপাৰ সন্তোষ পালে। এতিয়া কোনোবাই দেখিলেও কোনো কথা নাই।

"মোৰ ভৰিত শিকলি লগালে কোনে ?"

গোপীয়ে একো উত্তৰ নিদিলে।

"এইডাল খুলিবলৈ কৰবাত···"

গোপীয়ে অলপ হাঁহিলে।

"এই, এইডাল খুলি দে। মই কুকুৰ নেকি ?

গোপী উভতি গল।

"এই শিকলি ডাল খুলিবলৈ কোনো নাই—";

সি আইতাক মাতিলে' তাৰ পিচত বৰমাক। কিন্তু কোনো নাহিল। কোনেও নুশুনিলে। কাৰোবাৰ খৰমৰ খট্ খট্ শব্দ দূৰৈৰ পৰা শুনা গল। কিছু সময় পিচত কোঠাৰ কাষলৈ আহি থিয় হ'ল।

বেলায়ুধনে সসম্ভ্রমে উঠি থিয় দিলে। মামাব আগত সি বহি থাকিব নোৱাৰে।

"এয়া কি হৈছে—" ?

সি ইয়াৰ একো উত্তৰ নিদিলে।

"হয় নে ?"

"এইডাল অলপ খুলি দিয়ক—"।

"মানুহক আক্ৰমণ কৰিবলৈ ?"

"মোক কিয় শিকলিৰে বান্ধি থৈছে ?"

"তোৰ গোঁৱাৰামি আৰু বলিয়ালিৰ কাৰণে।"

মামা খট্‌খট্ কৈ গুছি গল। বেলায়ুধনে ভাবিলে সিনো কি গোৱাৰামি কৰিছে ? শান্তি নাছিল···এতিয়া···এতিয়া একো নাই··· একোৱেই নাই।

চিয়ৰি কথা কোৱাতো তাৰ অভ্যাসত পৰিণত হৈছে।

মোৰ একো নাই হোৱা, মই পাগল নহওঁ।"

শিকলি ডালৰ কাৰণে সি বৰ ভাগৰি পৰিল। এইডাল খুলিবলৈ কোনো নাহে নেকি? ডিঙি ফালি ফালি সি চিয়ঁৰিবলৈ ধৰিলে। কোনো নাহে…? নাহে…?

অসহায় হৈ সি বাহিৰলৈ চাই ৰল। দূৰৈত তেতেলী গছৰ ফাকেৰে নীলা আকাশ দেখা গৈছিল। বঙা আৰু কলা মেঘৰ টুকুৰাই আকাশ ছানি ধৰিছিল। মূৰৰ ঘাম পেলাই সি ভৰিখন লৰাই দিলে। শিকলি ডাল জন্‌জনাই উঠিল।

মোৰ বেমাৰ হৈছিল বুলিয়েই সকলোৱে কয়। কিন্তু এতিয়া মোৰ একো নাই…একো নাই,…মোক খুলি দিয়া।

উয়ে খোৱা পুৰণি খুটা এটাত আউজি বহিল। অলপ আগতে গাত কাপোৰ নাছিল। কব নোৱাৰো কোনে কোনে দেখিলে।

অম্মুকুট্টী—

অম্মুকুট্টীক এবাৰ দেখা হলে—

তাইৰ ঘিন লাগিব। মোৰ গাত মাটি—বোকা লাগি আছে। এবাৰ তাইৰ মুখখন দেখা হলে। দাড়ি বহুত বাঢ়িছে।

অম্মুকুট্টীৰ শৰীৰত অলপো ময়লা নাছিল। তাইৰ ওচৰত বহিলে তেল আৰু ফুলৰ গোন্ধ পোৱা যায়।

তাই যদি দেখে—

অম্মুকুট্টীৰ কথা মনলৈ অহাৰ লগে লগে এটা অদ্ভুত সোঁৱৰণি মনত পৰে। কোনেও নেজানে। কাকো নকওঁ। আমি আম গছৰ ছাঁত বহি যেতিয়া একেলগে আম সৰালৈ বাট চাই বহি আছিলো তেতিয়া…

মই তাইৰ গালত লাহেকৈ এটা চৰ মাৰি দিছিলো—তেতিয়া তাই খঙতে মোৰ গাত চিকুটি দিছিল।

তেতিয়া আমি সৰু আছিলো—। বহুদিন আগৰ কথা। এতিয়া কিমান ডাঙৰ হৈ গলো।

তাৰ পাচত কিহৰ পৰা কি হৈ গ'ল। কিছুমান কথা অস্পষ্ট হৈ গৈছে। এখন বন্ধ দুৱাৰ—কলপাতেৰে ঢকা খিড়িকী। সেই

আন্ধাৰত কব নোৱাৰো কি কি ঘটনা ঘটি গৈছে—। এই শিকলি মোৰ ভৰিত কেতিয়া লাগিল ?

"ককাইদেউৰ বেমাৰ ভাল হব" সেই মিঠা মাত কৰবাত হেৰাই গ'ল।

তাইৰ বেমাৰ হৈছিল, সিঁহতে কৈছিল। সকলোৱেতো এনেদৰেই কৈছিল। ভগৱতী, এয়া জানো সঁচা ?....তাব কথা জানো সঁচা ?

খিড়িকীৰ লোহাত মূৰ থৈ খুব কান্দিলে। শিকলি বন্ধা ঠাই খিনি বৰকৈ বিষাই উঠিল।

তথাপি এয়ে আনন্দ যে বেমাৰ ভাল হৈছে। "মোৰ একো নাই। মোৰ কোনো বেমাৰ নাই।"

সি জোৰে জোৰে চিয়ঁৰিবলৈ ধৰিলে—'মোক খুলি দিয়া....মোৰ বান্ধোন ছিঙি দিয়া...।'

কোনো নাহিল। চিয়ঁৰিলেও কোনেও নুশুনে। মানুহক শিকলিৰে বান্ধিব নোৱাৰি। মইতো বলিয়া কুকুৰ নহওঁ—।

"মোক এৰি দিয়া···এৰি দিয়া মোক"

সি বাৰান্দাৰ পিনে আশাভৰা চকুৰে চাবলৈ ধৰিলে।

বাহিৰত কোনোবাই জুমি চাই আছে—। সেয়া শঙ্কৰণ কুট্টী নেকি ? অ···সিয়েই।

"শঙ্কৰণ কুট্টী..."

সি আগলৈ আহিল।

"শঙ্কৰণ কুট্টী অলপ ওচৰলৈ আহা—"

সি মূৰ জোকাৰিলে

"ওচৰলৈ আহা না, এটা কথা সোধো"

"মাৰিবলৈ ?"

"নহয় শঙ্কৰণ কুট্টী, মই নামাৰো—" তাৰ মাত ঠোকাঠুকি হৈ গ'ল।

তথাপি শঙ্কৰণ কুট্টীৰ ভয় নুগুছিল।

"মই একো নকৰো ভাই।"

ভয়ে, ভয়ে, শঙ্কৰণ কুট্টি অলপ আগবাঢ়ি আহিল আৰু কলে "ইয়ালৈ আহিবলৈ মানা কৰিছে—।"

"কোনে মানা কৰিছে ?"

"দেউতাই—"

"শঙ্কৰণ কুট্টী, মোৰ ভৰিত কোনে শিকলি লাগালে ?"

শঙ্কৰণ কুট্টীয়ে ভয়ে ভয়ে বেলায়ুধনলৈ চাই আছিল।

"কোনে—?"

"দেউতাই কোৱাত—কমাৰে"

"অলপ খুলি দেচোন..."

"মই নোখোলো—

"শঙ্কৰণ কুট্টী, মোৰ একো হোৱা নাই অলপ খুলি দিয়া।"

"উহু..."

কান্দোন ৰখাবলৈ চেষ্টা কৰি বেলায়ুধনে কলে "নহয় মই পগলা নহওঁ...শঙ্কৰণ কুট্টি...."

এইডাল কোনে খুলিব ? আইতা অহা হলে এতিয়াই খুলি দিলে-হেতেঁন...। তেঁৱেই মোৰ কথা বুজে। যদি অম্মুকুট্টী আছে···

"শঙ্কৰণ কুট্টী মোৰ আইতাক মাতি আনাচোন।"

শঙ্কৰণ কুট্টীয়ে হাত চাপৰি বজাই হাঁহিবলৈ ধৰিলে।

"অলপ মাতাচোন"

"বেলায়ুধন পগলা—। আইতা দেখোন মৰিল" সেইকথা শুনি বেলায়ুধনে বেজাৰ পালে। আইতাৰ মৃত্যুৰ বাতৰিয়ে তাক দুখ দিলে। এই আন্ধাৰত তালৈ মন নকৰাকৈ কিমান যে ঘটনা ঘটি গল। কিমান দিন ? কিমান মাহ ?

শিকলি ডাল আকৌ জনজনাই উঠিল। কোনে এইডাল খুলি দিব পাৰে ? কোনে ? কোনেও নুশুনেই···কোনেও নুশুনে···সি লাহে লাহে ভোৰভোৰালে।

"শঙ্কৰণ কুট্টি, ভনুটিক অলপ মাতি আনা মনে-মনে—"

অম্মুকুট্টীক কলে হয়তো তাই বুজি পাব যে তাৰ এতিয়া একো বেমাৰ নাই।

"বাইদেউ আৰু মামা সকলো গুছি গল" শঙ্কৰণ কুট্টিৰ মুখত পৰিহাসতকৈ সহানুভূতি বেচি আছিল।

"কেতিয়া গল ?"

"অলপ দিন হল। ময়ো গৈছিলো, কালি দেউতাৰ লগত আহিলো।"

"কেতিয়া আহিব ?"

"এতিয়া নাহে"

"কিয় ?"

"অহামাহত বাইদেউৰ বিয়া, নহয় ?" বেলায়ুধনে আৰু একো নকলে। একো নেজানে। অসুখ হৈছিল। সদায় বন্ধ হৈ থকা এখন দুৱাৰ—। নাৰিকল পাতেৰে ঢকা এখন খিড়িকী। নোমাল এখন খহটা হাত !

"ককাইদেউৰ বেমাৰ ভাল হৈ যাব" এতিয়া তাইক লগ পাব লাগিছিল। অম্মুকুট্টী মোৰ এতিয়া বেমাৰ নাই—তাই গম নেপায়। এতিয়া আৰু কেতিয়াও নাহে—।

লোহাৰ বাচনত ভাত আৰু আঞ্জা লৈ এজনী মাইকী মানুহ আহিল। অলপ দূৰৈৰ পৰাই তাই বাচন আগফালে চপাই দিলে। তাইৰ দাঁতবোৰ ডাঙৰ ডাঙৰ আৰু বুকুখন উদং হৈ আছিল। বেলায়ূধনে তাই কোন নেজানে তথাপি সি কলে—"এই শিকলি ডাল অলপ খুলি দিয়া—" ভয়াতুৰ চাৱনিৰে তাই কলে "তোমাৰ মগজ ভাল হওক···তেতিয়া।"

"মোৰ···মোৰ বেমাৰ নাই···মোক এৰি দিয়া...।"

বাহিৰ ওলাই থকা দাঁতৰ মাজেৰে থু পেলাই তাই গুছি গল।

ভিতৰৰ পৰা হাই উৰুমি শুনা গল। সেয়া মাত বৰমাৰ। গোপীক তেওঁ গালি পাৰিছে···

"সেই ভাল কাপোৰখন কিয় দিলি ? সি ফালি নেপেলাব নে ?"

"মই কেৱল সেইখনহে দেখা পাইছিলো"।

"তোক কি কম ? পাগলামি বেলায়ুধনৰে নাই, তোৰো আছে—।"

বৰমা, মোৰ পাগলামি নাই—বেলায়ূধনে এইদৰে কব খুজিলে।

ভোক লাগিছে—থালৰ পৰা অলপ খালে। কলৰ বাৰীখনৰ পৰা আন্ধাৰ ওলাই আহিছে। দা-লাঠি লৈ কোনোবা কলগছৰ

মাজেৰে গৈ আছিল। দাৰ আগটোৰ বাহিৰে সি আৰু একো দেখা নাছিল।

চাওঁতে চাওঁতেই সি এটা কলৰ ফুল কাটি পেলায় আৰু পাহিৰ মাজৰ পৰা মৌ চুহি লয়। অম্মুকুট্টীৰ মৌ ভাল নেলাগে। কলফুলৰ ভিতৰৰ অংশহে ভাল লাগে। তেক্কেকাট জানকীৰো সেয়া ভাল লাগে। এনেকুৱা কলি পালে সিহঁতৰ কাজিয়া লাগে।

"পাতবোৰ পেলাই চোৱা"

"মই পেলাম"

"নহয় ককাইদেৱে পেলোৱা"

সি তুলসীৰ পাত ছিঙি সোধে

"ওপৰৰ নে তলৰ"

পাত সৰালৈকে অম্মুকুট্টী মনে মনে থাকে। যেন ভগৱতীকহে প্ৰাৰ্থনা কৰি আছে—।

এতিয়া অম্মুকুট্টী কলৈ লগ? কিয় গল? সৰুকালৰে পৰাতো ইয়াতে আছিল। মই মামাৰ লগত মামীৰ ঘৰলৈ গৈছিলো—। তাত ধুন্ধচিল্ৰ কিমান পুলি আছে—। বাটত ধুন্ধচিল্ বিয়পি আছিল। তেওঁৰ ঘৰ এটা খালৰ পাৰত। মনত পেলালে তাৰ প্ৰত্যেকটো কোঠাত থক কাচৰ বিজুলীবাতি আৰু দুৱাৰত আঁৰি থোৱা হৰিণাৰ সিং চকুৰ আগত ভাঁহি উঠে—। অম্মুকুট্টীয়ে তাত কি কৰিছে বাৰু।

গা ধুই উঠি চোতালৰ দক্ষিণ ভাগত চুলি ঠিক কৰিছে ছাগৈ। এতিয়া নাহে? অম্মুকুট্টীক এবাৰ দেখা পোৱা হলে...বিয়াৰ পিচত তাই আৰু ইয়ালৈ কেতিয়াও নাহে। এবাৰ দেখা পোৱা হলে...

বেলায়ুধনে দুৱাৰত পিঠি ঘঁহিবলৈ ধৰিলে। ভৰিৰ শিকলি জনজনাই উঠিল। যদি খুলি যায় তেন্তে বাহিৰলৈ ওলাই যাব পাৰিব। শিকলি টানোতে আঙুলি কাটি গল। এইডাল খুলিব নোৱাৰিব নেকি? কোনোবা আহি এইডাল খুলি নিদিব নেকি?

বৰমাই ছাগলী বান্ধিবলৈ কোঠাটোৰ কাষেৰে ওলাই আহিছিল। তেওঁ সেইফালে নেচালেই—।

ঘৰৰ বাৰান্দাত বহি গোপী আৰু শঙ্কৰণ কুটিয়ে ৰাম নাম জপ কৰি আছিল।

ডাঙৰ ডাঙৰ দাঁত থকা মানুহজনীয়ে বাচন ঘূৰাই নিবলৈ আহিল। সি শিকলি ডাল অলপ খুলি দিবলৈ বাৰে বাৰে অনুৰোধ কৰিলে।

"অলপ এইডাল খুলি দিয়াচোন"।

"মানুহ খেদিবলৈ ?"

সি তিতি থকা চকুহাল মচি আকাশলৈ চালে। উজলি থকা তিতা ৰঙচুৱা—বৰণৰ আকাশ। যিপিনেই চোৱা যায় সেইপিনেই কেৱল কলা। মাথোন এটা উজ্জ্বল তৰা। তাবেই কোঠাটো পূব হৈ থকা দেখা গৈছিল।

"ৰাম, ৰাম" কৰাৰ পিচত সিহঁতে ৰামায়ণ পঢ়িছিল। সেয়া মামাৰ মাত। উত্তৰ ফালৰ কোঠাৰ পৰা পোহৰ আহিছিল।

ভিতৰত চাকি জ্বলি আছে। ৰান্ধনিঘৰত কাঁহী বাতিৰ শব্দ শুনা গৈছিল। তাৰ পৰা এতিয়া কোনো এইফালে নাহে।....আন্ধাৰত সি মনে মনে কলে "মোক এৰি দিয়া...মোক এৰি দিয়া—"

চুবুৰীতো কোনো নাই—। এই শিকলি ডাল অলপ খুলি দিয়া না ?

সি খুব জোৰে চিয়ৰি উঠিল,—"মা,···মা"···।

বাৰান্দাত এটা চাকি দেখা গ'ল। লগে লগে এটা মাত ভাঁহি আহিল

"বেলায়ুধন"...

"মোক এৰি দিয়া...মোক এৰি দিয়া"

"মনে মনে পৰি থাক, নহলে হাৰ-ছাল উলিয়াই পেলাম—"

চাকিৰ পোহৰ নোহোৱা হৈ গল। ঘৰৰ শব্দ নোহোৱা হৈ গল। চোতালত আন্ধাৰত কোনোবা আছে, তাৰ মৃত্যু। মানুহ কামোৰা কুকুৰক শিকলিৰে বান্ধি থয়। কিন্তু মানুহক জানো···? শিকলি ডাল অলপ খুলি দিয়া। এটা আঙঠি খুলি গলে ভাল হয়।

মতলব! এয়া সকলোৰে মতলব। নহলে কাৰোবাক মিছাতে কিয় ইমান বিৰক্ত কৰিব ?

"মোৰ একো নাই...মই পগলা নহওঁ। সি জোৰেৰে শিকলি ডাল টানিলে। হাত বিষোৱা সত্ত্বেও টানিয়েই থাকিল।

কলিজা ঢক ঢক কৰিবলৈ ধৰিলে। যেতিয়া উশাহ বন্ধ হব খুজিলে তেতিয়া চকু মুদি মাটিত বাগৰি পৰিল। আকৌ যেতিয়া চকু মেলি চালে তাৰ এনে লাগিল যেন সপোনহে দেখিছে। মাণিক-মুকুতা পোৱা বজাৰ কাহিনী। সৰুতে আইতাই কোলাত লৈ কৈছিল। সবোবৰৰ মাজত এটা মহলত ৰাক্ষসে ৰাজকুমাৰক শিকলিৰে বান্ধি থৈছিল। সেই শিকলি ডাল জুইত নগলিছিল, কাটিলেও কটা নগৈছিল। বৰ মজবুত আছিল। মায়ে খবি বুটলিবলৈ আহিছিল। তেওঁ মন্ত্ৰসিদ্ধ চুৰী এখন দিলে। সেইখন দেখা মাত্ৰকে শিকলি ডাল ছিঙি গল। শুকুলা ঘোৰাত উঠি ৰাজকুমাৰ আৰু ৰাজকুমাৰী সাতমহলীয়া মহল পালেগৈ।

যেতিয়া চকু মেলিলে মহলো নাছিল, মাণিক মুকুতাও নাছিল, বগা ঘোৰাও নাছিল। কোঠাটোলৈ জোনাকে জুমি চাইছিল। চোতালত ছায়াবোৰে ছবি আঁকি আছিল।

সি ভাবিবলৈ ধৰিলে এতিয়া ক'ত আছে। লৰচৰ কৰিলত শিকলিডাল জন্‌জনাই উঠিল।

খঙতে শিকলিডাল ধৰি দুৱাৰত ভৰিখন কোচাই লৈ জোৰে জোৰে মাৰিবলৈ ধৰিলে। এটা আঙঠি খুলিব পাৰিলে ভাল হয়—এটা আঙঠি—।

এবাৰ আকৌ জোৰেৰে...

আৰে...

সি পিচপিনলৈ পিচলি পৰিল। শিকলিৰ বান্ধ ছিঙি গল।

উঠিলত অনুভৱ কৰিলে গোটেই শৰীৰ বিষত জৰ্জ্জৰিত। লেঙেৰাই লেঙেৰাই চোতাললৈ আহিল। একোটা খোজ আগবঢ়ালে ভৰি থৰক বৰক হয় আৰু শিকলি জন্‌জনাই উঠে।

চিৰিৰে নামি পদূলিৰ দুৱাৰ খুলি বাহিৰ ওলাল।

সন্মুখত খেতি পথাৰ। তাৰ মাজেৰে যোৱা আলিবাটত খোজ দি সি ভাবিলে কলৈ যোৱা যায়?

আটাইতকৈ ডাঙৰ কথা আছিল বন্ধ কোঠাৰ বাহিৰলৈ ওলোৱা। পুৰা সিহতঁৰ সমুখত পৰো যদি আকৌ শিকলিৰ বান্ধ ··

যলৈকে হক যাওঁ—।

বতাহত হালি জালি থকা নাৰিকল পাতৰ তালে তালে শিকলিৰ শব্দও শুনা গৈছে। এটা কুকুৰৰ ভুক্ ভুক্নিও শুনা গল। বেলায়ুধনে ভাবিলে শিকলিৰে টানকৈ বান্ধি থোৱা কুকুৰ ছাগৈ।

ওপৰত কলা আকাশ, কিন্তু জোনৰ পোহৰত ৰাস্তা দেখা যায়।

নিজম ৰাতি অকল তাৰ শিকলিৰ জন্জননি গুঞ্জৰি উঠিছিল। আলিবাটলৈকে খেতি পথাৰ বিয়পা। কেতেকী গছৰ মাজেৰে সেই আলিবাটটো ওলাই গৈছে। ইয়াৰ পৰা আলিবাটটো নদীৰ পাৰে পাৰে।

সিহঁতে পুৰা দেখিব বেলায়ুধন নামৰ এই কুকুৰটো শিকলিৰ বান্ধোনত নাই। এই কথা ভাবি তাৰ জোৰে জোৰে হাঁহি দিবলৈ মন গৈছিল। কিন্তু সিঁহতৰ হাতৰ পৰা এৰা পৰাটো বিশেষ দৰকাৰ। কৰবালৈ গৈ সিঁহতৰ চকুৰ কুঁটা হব পাৰো নেকি? কোনেও মোক বিশ্বাস নকৰিব···কোনেও মোৰ কথা নুশুনিব।

সি নিজকে কলে "এতিয়া মোৰ বলিয়ালি নাই···একো বেমাৰেই নাই।"

অম্মুকুট্টীয়ে কৈছিল "ককাইদেউৰ বেমাৰ ভাল হৈ যাব···"

মোৰ মৰমৰ অম্মুকুট্টি, মোৰ কোনো বেমাৰ নাই। মোৰ কথা মাত্ৰ তাইহে বিশ্বাস কৰিব।

আলিবাটৰ মাটিবোৰ সেমেকা—। নিয়ৰ পৰাৰ কাৰণে এনে হৈছে। এই বাটত খোজ কাঢ়িয়েই কিমান যুগ পাৰ হৈছে—। বন্ধ দোকান, ঘাটৰ কাষত মছজিদ আদি পাচ পেলাই সি গৈ আছিল। মৰিশালি আৰু বট গছ—য'ত ভুত থাকে তাৰ কাষেৰে যাবলৈ আজি আৰু তাৰ ভয় লগা নাই।

মূৰৰ ওপৰৰ হালধীয়া আকাশখন লাহে লাহে বগা হৈ আহিছিল। আন্ধাৰৰ মাজলৈ অলপ অলপ পোহৰৰ আভাস আহিছিল। বাটৰ কাষৰ ওখ শিল এটাত ভেজা দি বেলায়ুধন থিয় হ'ল। পূবৰ আকাশ

ৰাঙলী হৈ পৰিছে।

মই ক'ত থিয় হৈ আছো? পথাৰৰ মাজডোখৰ দেখি সি চিনি পালে। তাত এখন মাদ্ৰাছা স্কুল আছে। পথাৰৰ সিমূৰে এটা ডাঙৰ পুখুৰী আৰু তাৰ ওচৰতে এটা সৰু মন্দিৰ আছে। সি মাকৰ লগত প্ৰত্যেক মাহতে তালৈ আহিছিল। মাদ্ৰাছাৰ ওচৰৰ সমুখৰ পথাৰত এদিন যাত্ৰা-থিয়েটাৰ হৈছিল।

কুৰলীয়ে পথাৰ ছানি ধৰিছে—বেলায়ুধন পথাৰত নামিল। জন্ জন্ শব্দ কৰি কৰি এটা এটাকৈ খোজ আগবঢ়ালে। নাঙল কান্ধত লৈ এটা কলা মানুহ তাৰ ফালে আহি আছিল। ওচৰ পালত ৰৈ গল—"কোন?"

বেলায়ুধনে উত্তৰ নিদিলে। কিছু সময় পাৰ হৈ গল। যেতিয়া সি আকৌ এ খোজ আগবঢ়ালে তেতিয়া সেই মানুহটোৱে মাটিত নাঙল পেলাই লৰ মাৰিলে।

তালৈ মন নকৰি বেলায়ুধন আগবাঢ়িবলৈ ধৰিলে। পুৱাৰ পোহৰ তাৰ বৰ ভাল লাগিল। দূৰলৈকে বিয়পি থকা পথাৰৰ মাজত থিয় দি সি চাৰিওপিনে চালে।

মূৰত কলহ লৈ অহা হৰিজন তিৰোতাবোৰে বেলায়ুধনক দেখি পলাবলৈ ধৰিলে।

"পাগল...পাগল!"

পিচপিনে চিয়ৰ বাখৰ হাই উৰুমি শুনা গল। বেলায়ুধনে বেগাই আগবাঢ়িবলৈ ধৰিলে। মানুহ বোৰে পাচ লৈছে নেকি? ওখ ঠাইৰ খেতি পথাৰলৈ উঠাৰ সময়ত কেতেকী গছৰ পাতে তাৰ ভৰিত বিন্ধিলে। তাৰ পিচত সি এটা ঠেক আলিবাটেৰে আগবাঢ়িল। পিচপিনে চিয়ৰ-বাখৰ হৈ আছিল কিন্তু কোনেও তাৰ আগলৈ আহি বাধা দিব পৰা নাছিল। সেইকাৰণে সি অলপ আশ্বস্ত হৈছিল। তাক দেখা সকলে নিজৰ ৰাস্তা সলাই লৈছিল। ভয়তকৈ তাৰ অধিক গ্লানি ভাৱহে উপজিছিল।

"মোৰ বলিয়ালি নাই, মোক পগলা নুবুলিবা।"

পিচপিনে মানুহবোৰে চিয়ৰিছিল "পগলা...পগলা।"

আলিবাটৰ ওচৰ পাই এটা শিলত ধৰি সি থিয় হৈ ৰল। কিমান যে ভাগৰ লাগিছে। যেতিয়া আকৌ আগবাঢ়িবলৈ ধৰিলে তেতিয়া পিচৰ পৰা এটা কঠুৰা মাত শুনা গল—"এই থিয় হৈ থাক।"

সেইফালে চাই দেখিলে এটা শকত, বলিষ্ঠ মানুহে মাতিছে। সি মূৰত কাপোৰ এখন বান্ধি লৈছে।

বেলায়ুধনে ফোঁপাই ফোঁপাই কলে "মোৰ বলিয়ালি নাই...মই বলিয়া নহওঁ....।"

"তোৰ পাগলামি মই বাহিৰ কৰি দিম" যেতিয়া সি লুকুৰাই থোৱা লাঠিডাল আগবঢ়ালে তেতিয়া বেলায়ুধনৰ বুকুত যেন জুইহে জ্বলি উঠিল। মাটিৰ পৰা এটা ঘূৰণীয়া শিল ভাঙি লৈ দেখুৱালে আৰু সেই ঠাইতে থিয় দি ৰল।

সেই মানুহটো পিচুৱাই গ'ল।

বেলায়ুধনে আকৌ আগবাঢ়ি গল।

এই ৰাস্তাটো গৈ পথাৰৰ নামনিত লাগিছেগৈ। মই আৰু ওপৰ-লৈহে যাব লাগিব—এই কথা ভাবি সি বেগাই যাবলৈ ধৰিলে। টিলাটোৰ ওপৰত উঠি দূৰণিত ডাঙৰ বটগছ ডাল দেখা পালে।

তাৰ ওচৰতে ৰঙা শিলেৰে বন্ধোৱা এটা সৰু মন্দিৰ। সেই ঠাইখন বেলায়ুধনে ভালকৈ চিনি পায়। সেই ডাঙৰ গছ জোপাৰ তলত কাজুৰ বাগিচা আৰু তাৰ পিচত ঠেক আলিবাট আৰু খাল।

সেই খালৰ ওচৰৰ ঘৰটোত 'ধুন্ধচিল' বিয়পি আছে।

মোৰ মৰমৰ অম্মুকুট্টি মোৰ বলিয়ালি ৰোগ নাই—।

টিলাৰ ওপৰত তেনেই নিজান। কেৱল এটা কলা বলধ তাত চৰি আছে। ঘাঁহনিৰ মাজেৰে খোজ কঢ়া কাৰণে ঘাঁহৰ পৰা নিয়ৰ ভৰিত ছিটিকি পৰিছে। ওচৰে-পাজৰে কোনো মানুহ নাই সেই কাৰণে অলপ বহি জিৰাই লওঁ। সেই ওখ গছ ডালৰ ওচৰ পাওঁতে পাওঁতে আঠু বিষাল।

চেচাঁ বতাহৰ পৰশত তাৰ টোপনি আহিব ধৰিলে। পিঠিখন বৰকৈ বিষাইছে। তিতি থকা ঘাঁহত মুখখন গুঁজি সি শুই পৰিল। পিঠিত কিবা পৰিলত হঠাতে সাৰ পাই উঠিল। থিয় হৈ উঠি

চাৰিওপিনে চালে। অলপ আঁতৰত চাৰি পাঁচটা গৰখীয়া থিয় হৈ আছে। সি ওচৰৰ পৰা চাই আছিল। এনেতে আৰু এটা দলি আহি পৰিল। এটা সমুখত পৰিল, আনটো মূৰৰ ওপৰেৰে পাৰ হৈ গ'ল।

বেলায়ুধনে ভয় খাই থিয় হৈ থাকিল। ভৰিৰ শিকলি জনজনাই উঠিল। শিলৰ ওপৰেৰে শিকলি টানি বেগাই সি তললৈ নামি গল আৰু ঠেক বাটেৰে গৈ থাকি পিচলৈ চালে।

"আই ঔ"—সি জোৰে জোৰে বিননি জুৰিলে। মূৰটো মচি দেখিলে তাৰ হাত তেজেৰে লুতুৰী পুতুৰী হৈছে—।

"ধৰ, ঐ ধৰ তাক, সি গৈ আছে—। মানুহ বোৰ আঁতৰ হ"।

সি পথাৰত নামি দেখিলে মানুহবোৰে ইফালে সিফালে দৌৰিছে—। বাটৰ দাঁতিলৈ গৈ এটা লৰাই চিয়ৰিলে—"পগলা...পগলা...মানুহক জুলুম কৰিব···আঁতৰ হোৱা—।"

মাতটো তাৰ পিচে পিচে আহি আছিল। বেলায়ুধনে পথাৰৰ সীমা হৈ যাবলৈ ধৰিলে। খালৰ কাষ পালেগৈ। তাৰ পৰা আকৌ ঠেক বাটলৈ আহিল। বাটৰ দুয়োকাষে ডাঙৰ ডাঙৰ গছ আছিল। তাৰ পৰা আগবঢ়াৰ পাচত মাটিত ধুন্ধচিল্ বিয়পি থকা দেখিলে।

সৰুতে এই ৰাস্তাত বহি কতদিন খেলিছিল। বঙা বঙা চাৰিখন দুৱাৰে ঘেৰা এটা ঘৰৰ ওপৰত দৌৰিবৰ কাৰণে সাজু হোৱা হনুমানৰ মূৰ্তি সজাই থোৱা আছে। সেইটো দেখি বেলায়ুধনৰ অন্তৰ ছটফটাই উঠিল। "তাতেই,—তাতেই মোৰ অম্মুকুট্টী আছে—। তাইক এবাৰ দেখা পোৱা হলে ?.. অম্মুকুট্টী মোৰ বেমাৰ ভাল হৈছে—মোৰ এতিয়া একো নাই···"।

সি চিৰিৰে ওপৰলৈ উঠিবলৈ ধৰিলে। চোতালত বহি এটা লৰাই নাৰিকলৰ পাতেৰে বল সাজি আছিল। গোবৰেৰে লিপি থোৱা চোতালত শিশু-সূৰ্য্যৰ পোহৰ বিয়পি পৰিছে—। বেলায়ুধনে চোতালৰ চাৰিওপিনে চালে।

সেই লৰাটোয়ে পাতৰ বল লৈ বেগাই ঘৰৰ ভিতৰ সোমাল।

"অম্মুকুট্টী ইয়াত আছে নে ?···অম্মুকুট্টী।"

সি চোতালত চাৰি পাঁচ খোজ আগবঢ়ালে। বাৰান্দাৰ ৰেলিঙত

এজনী তিৰোতাই তিতা কাপোৰ মেলি আছিল।

শিকলি পুনৰ জন্‌জনাই উঠিল। তাই মুখ ঘূৰাই চালে।

এটা মুহূৰ্ত্তৰ কাৰণে সি স্তব্ধ হৈ গ'ল। এবাৰ সি দেখিলে 'অ'... অম্মুকুট্টী।"

তাই হাতৰ কাপোৰ পেলাই কোঠাৰ ভিতৰলৈ লৰি পলাল আৰু জোৰেৰে চিয়ঁৰিলে—"পাগল...পাগল..."

মই অম্মুকুট্টী,—মই পাগল নহয়। বেলায়ুধনে কব খুজিছিল; কিন্তু মুখত শব্দ ফুটি নুঠিল। এবাৰ আকৌ মাতিলে—"অম্মুকুট্টী"।

তাই ভিতৰত লুকাইছিল।

ভিতৰৰ পৰা এটা শব্দ আহিছিল—

"পাগল...পাগল"

"লাঠিডাল দে তই ভিতৰলৈ যা—"

"পাগল...পাগল"

বেলায়ুধনে আৰু তাত থিয় হৈ থাকিব নোৱাৰিলে। সি ওঁঠখন জিভাৰে চেলেকি নিমখীয়া পালে। মূৰৰ পৰা বৈ অহা তেজ লাগি আছিল। ভৰিৰ শিকলি চোঁচোৰাই বেলায়ুধন তাৰ পৰা গুচি গল।

শৰীৰ অতিশয় ভাগৰি পৰিছিল। তাৰ বিবশ হৈ বাগৰি পৰা যেন লাগিছিল। তথাপিও ধুমুহাৰ গতিৰে সি সমুখৰ পিনে দৌৰিছিল। হাই-উৰুমিয়ে তাৰ পিচ লৈছিল।

ডাঙৰ দুৱাৰখন খুলি চোতালত সোমাই দেখিলে মামা আৰু দুজন বেলেগ মানুহ তাত বহি আছে। শিকলিৰ শব্দ শুনি দুয়ো সচকিত হৈ থিয় দিলে।

বেলায়ুধনে দেৱালত ধৰি থিয় দি ৰল। সি দেখিলে চোতালত মামাই লাঠি এডাল লৈ তাৰ ফালে আহি আছে—।

ভাগৰুৱা চকুৰে সি তাৰ শৰীৰলৈ চালে। গম পালে যে তাৰ গাত কাপোৰ নাই।

সি বেদনাত আহত হৈ বাৰান্দাত বাগৰি পৰিল। মামা আৰু আন দুজন মানুহ তাৰ ফালে অহা দেখি সি ফোপাই ফোপাই কলে, "মই পাগল, মোক শিকলিৰে বান্ধা।"

# ৰাধাৰ চিঠি

—মাধৱী কুট্টি

মোৰ মৰমৰ,

মোক এৰি থৈ যোৱাৰ আগদিনা তুমি মোক সান্ত্বনা দি কৈছিলা “সকলো পুৰুষৰ মাজতে মোৰ ৰূপ তুমি দেখা পাবা—।”

সেইদিনা ৰাতি তোমাৰ পৰা বিদায় লৈ মই যেতিয়া ঘৰলৈ আহিছিলো তেতিয়া মোৰ স্বামীয়ে পালেঙত শুই মোলৈ বাট চাই আছিল। আহি পাওঁতেই কলে—তুমি বৰ পলম কৰিলা। মই ভাবিছিলো তোমাৰ কিবা অঘটন হোৱা নাইতো !”

মই ভাবিছিলো কৈ দিওঁ নেকি—“তবাৰ ধুমুহাত মই হেৰাই যোৱা কাৰণে বাট পাহৰি গৈছিলো।” কিন্তু সেইদিনা মই কিয় জানো এনেদৰে মিছা মাতিব নোৱাৰিলো। তিতা কাপোৰ সলাই ময়ো পালেঙত শুই পৰিলো। তেওঁৰ আলিঙ্গনে মোক উত্তাপ দিয়াৰ সলনি যেন মোক বৰফৰ দৰে চেঁচা হে কৰি পেলালে। মোৰ কৃষ্ণ, তোমাৰ পৰা আতঁৰি আহি মই সচাঁকৈয়ে মৃতপ্ৰায় আৰু নিৰ্জীৱ হৈ পৰিছিলো।

তেওঁ সুধিলে “ৰাধা, মোৰ চুমা লবলৈ তুমি ঘিন কৰা নেকি ?”

‘নকৰো’ ! মই লাহেকৈ কলো, ‘নকৰো, নকৰো’ ! এটা মৰা শ ফালি ফালি খোৱা চৰাইক জানো কোনোবাই ঘিন কৰিব পাৰে ?

স্বামীৰ আলিঙ্গনত মই আকৌ এবাৰ ব্যভিচাৰিণী হৈ পৰিলো। খোৱা পিন্ধাৰ কাৰণে কোনো পৰ পুৰুষৰ আশ্ৰয় লোৱাটো ব্যভিচাৰিণীৰেই কাম। পৃথিৱীৰ আটাইতকৈ প্ৰিয় তোমাৰ হাতৰ মাজত মই পৱিত্ৰ হৈ আছিলো। চৰিত্ৰৱতী আছিলো। কেৱল দৈহিক স্পৰ্শৰ কাৰণেই তোমাক ভাল পোৱা নাছিলো—। মোৰ অলপ অলপ এনে ধাৰণা হৈছিল যে হাড়-মঙহৰ এই শৰীৰটোৰ ভিতৰত মোৰ এটা বিশুদ্ধ চিন্তাধাৰা লুকাই আছে। যিটোক মই স্পষ্ট

ৰূপত এতিয়াও জনা নাই, কিন্তু এইকণ বিশ্বাস মোৰ আছে যে আশা পূৰণ হ'ব—, মোৰ জীৱন সফল হব। যেতিয়া তুমি মোৰ কাষত আছিলা তেতিয়া আকাশৰ দৰে সুন্দৰ নীলা মুখৰ আঁৰত মই যেন সম্পূৰ্ণ ভাৱে সুৰক্ষিত আছিলো—। মাটিৰ দৰে বনৰীয়া এটা ভোক মই অনুভৱ কৰিছিলো। দুই মেৰু প্ৰদেশৰ সংযোগ সাধন কৰা এটা গজালৰ দৰে মোৰ নাৰীত্বই ক্ষণিকৰ বাবে হলেও পৃথিবীৰ আবৰ্ত্তনকে যেন ৰুদ্ধ কৰি দিছিল।

তুমি কৈছিলা—"ৰাধা! তুমি দাবাগ্নি আৰু মই বননিৰ দৰে —। মই জ্বলি নিঃশেষ হবও পাৰো..."।

কিন্তু জ্বলি জ্বলি শুমাই যোৱা জুইৰ গাত লাগি থকা ছাইৰ দৰে মোক তুমি আৱৰি আছিলা। "ভৌতিক অগ্নি" মই নিজে নিজে কৈছিলো "জ্বলি যোৱা, জ্বলি যোৱা...।" তোমাৰ নিত্য আৰু শাশ্বত শৰীৰৰ পৰা নিৰ্গত হোৱা জলধাৰাই মোৰ জীৱনলৈ উত্তপ্ত অনুভূতি বোৱাই আনক।

তোমাৰ অবিহনে মই ভবিষ্যতৰ কোনো কথাই ভাবিব নোৱাৰো। প্ৰেমিকৰ দৰ্শন কিমান দুৰ্লভ। তোমাৰ পৰা আঁতৰি মই অনন্ত, শুকান আৰু ৰসহীন পৃথিৱী চাবলৈ আশা কৰা নাছিলো—কাৰণ তোমাৰ দেহাৰ সীমাৰ সিপাৰত মোৰ বাবে আৰু কোনো পৃথিৱী নাছিল। মোৰ দেহৰ ভবিষ্যত দায়িত্ব বহন কৰিব পৰা এখন সৰু পৃথিৱী!

পোণ প্ৰথমে তুমি মোৰ কাৰণে এটি প্ৰশ্ন আছিলা—। তোমাৰ প্ৰেমত মই নিঃশেষ হৈ গৈছিলো— তোমাৰ সঁহাৰি পাই মই কিমান বাৰ সুধিছিলো—"তুমি জানো মোক মৰম নকৰা"। উত্তৰত তুমি মৌন হৈ আছিলা—। এদিন কান্দি কান্দি মই আকৌ সুধিছিলো "অন্ততঃ এতিয়া কোৱাচোন, তুমি মোক মৰম কৰানে নকৰা—?"

উত্তৰত তুমি মোৰ কৰঙনত তোমাৰ অধৰেৰে এটা ৰঙা চিন আঁকি দিছিলা। সেয়াই তোমাৰ প্ৰেমৰ নিদৰ্শন আছিল নেকি? কোনে জানে? কিন্তু মোৰ মন শান্ত হোৱা নাছিল। সূৰুযৰ প্ৰকাশৰ দৰে উজ্জ্বল হোৱা সত্বেও প্ৰেমলৈ মোৰ ভয় লাগিছিল। এই প্ৰেমৰ

সাম্ৰাজ্যত সফলতাৰে অৱতৰণ কৰিও মোৰ মনে শান্তি পোৱা নাছিল। মোৰ অশান্ত আত্মাই তোমাক সন্তুষ্ট কৰাৰ পিচতো চকুৰেও প্ৰত্যক্ষ প্ৰকাশ বিচাৰিছিল।

"ৰাধা, তুমি যি আনন্দৰ সপোন দেখিছা সেই প্ৰেম জানো অটল ?" তেওঁ সোধে—"এই সম্বন্ধ শাশ্বত নে ?"

তোমাৰ দেহা বহুবাৰ মোৰ কাষলৈ আনি মই বিজয়ী হৈছো। বিজয়ী প্ৰহৰীৰ ৰূপত মই যি দুৰ্গ জয় কৰিলো তাৰ ৰক্ষাৰ কাৰণে মই সদায় ক্লান্তিহীনভাৱে পহৰা দি আছো। মই এইটোও জানিছিলো যে কোনো লৌকিক ক্ৰুৰ সাহসে তোমাৰ পৰা মোক আঁতৰাই আনি পৰপুৰুষৰ ওচৰলৈ যাবলৈ বাধ্য কৰিব। এই কাৰণে মই বহুবাৰ তোমাৰ মুদ খাই থকা চকুহালত চুমা খাইছিলো আৰু তোমাৰ মুখখন মোৰ বুকুৰ মাজত লুকুৱাই থৈছিলো—। মোৰ এয়ে দৃঢ় অভিলাষ আছিল যে মোৰ বাহিৰে তোমাৰ চকুৰ সমূখলৈ আন কোনো নাহক—। আৰু তোমাৰ পৃথিৱীখন মোৰ পৰা ভিন্ন নহওঁক।

তোমাক কামনা কৰি মই ৰূপৱতী হৈছিলো—। তোমাৰ হাতৰ সুন্দৰ পৰশত মোৰ শৰীৰ ঘঁহি থোৱা পিতলৰ পাত্ৰৰ দৰে উজলি উঠিছিল। তোমাৰ আঙুলিবোৰে কিমান মৰমেৰে মোৰ শৰীৰৰ সকলো অঙ্গ স্পৰ্শ কৰিছিল। এদিন মই চন্দনৰ তেল ঘঁহি তোমাক লগ পাবলৈ আহিছিলো—। কিন্তু তুমি নিৰ্দিষ্ট ঠাইলৈ অহা নাছিলো—। তেতিয়া মই যমুনাৰ পাৰত মূৰত হাত থৈ বহি ভাবিছিলো যে পৃথিৱীত এইদৰে কিমান বস্তু ব্যৰ্থ হৈ যায়। কিমান চন্দন তেল আৰু কিমান নাৰীৰ অঙ্গসজ্জা ব্যৰ্থ হয়।

পিচদিনা তোমাক মই সুধিছিলো—"তোমাৰ আন কোনোবা প্ৰেমিকা আছে নেকি ?"

ঈৰ্ষাৰ আৱৰণ তেতিয়ালৈকে মোৰ অচিনাকি আছিল—। সেই কাৰণে মই নিৰ্লিপ্তভাৱ থৰকবৰক খোজেৰে যাব পাৰিছিলো—।

তুমি মোক একো উত্তৰ দিয়া নাছিলা—। কিন্তু হাঁহি তুমি মোক সুধিছিলা—"ৰাধা, মই যোৱাৰ পাচত তুমি আন কামুক পুৰুষৰ সৈতে

মিলিবা নহয় নে ?”

মই কৈছিলো “এইটো কেনেকৈ সম্ভৱ ? তুমি বাটৰ শেষ সীমা-তাৰ সিপাৰে একোৱেই নাই—”। মই তোমাৰ কোলাত শুই আছিলো—। তুমি কৈছিলা—‘ৰাধা, মই যদি আনৰ দেহত চৰণেৰে স্পৰ্শ কৰো তেন্তে তাৰ কাৰণ তুমিয়েই হবা কিয়নো তোমাৰ আৰু মোৰ অনুৰাগে আনকো আকৃষ্ট কৰিব ! পুৰুষে লাভ কৰা সকলো নাৰী তোমাৰেই প্ৰতিৰূপ। সৃষ্টিৰ শেষলৈকে পুৰুষৰ শৰীৰ তোমাৰ দৈহিক ক্ষুধাৰ আবাসস্থলী হব।

তোমাৰ কথাই মোক পৰতত্ত্বৰ জ্ঞান দিছিল। সেই কাৰণে মই মোৰ অপৰিপক্ক মনত তোমাৰ আদৰ্শ গ্ৰহণ কৰিছিলো—। “এই মনটো তোমাৰ ফালে আকৰ্ষণ কৰা—” মোৰ মনে কৈছিল। “শৰীৰটো তোমাৰ কাষলৈ নিয়া—” !

মই নখ আৰু দাঁতেৰে তোমাক পীড়ন কৰিছিলো—আৰু তোমাৰ ক্ষত-বিক্ষত ৰূপ চাই বিজয়ৰ গৰ্বেৰে গৰ্বিতা হৈ পৰিছিলো—। তাৰ পিচত তোমাৰ ক্ষত-বিক্ষত দেহাটো দেখি বেজাৰ কৰি চুমা আৰু চকুলোৰে ধুই দিছিলো।

এদিন মৰমেৰে তোমাৰ হাতত হাত থৈ মই কৈছিলো “কৃষ্ণ, আমি এটা ঘৰ সজা উচিত। আমাৰ দুৱোৰে নিজাকৈ এটা ঘৰ। তাৰ চাৰিওফালে কাঁইটীয়া গছ থাকিব—। ৰঙা পাহিৰ ফুলবোৰে তাত খেলিব। পুৱাৰ সূৰ্যৰ কিৰণ খিড়িকীৰে সোমাই আহি তোমাৰ শ্যামল শৰীৰৰ আঁৰত, মোৰ বিবসন দেহাটো লুকুৱাই থব। প্ৰিয়তম, আমাৰ এনেকুৱা এটা ঘৰ সাজিবা নে ?”

“এনেকুৱা এটা ঘৰ কৰবাত আছে নিশ্চয়। তাত সেই সময়ত তুমি মোৰ আলিঙ্গনত আৱদ্ধ হৈ শুই থাকা। তাৰ কাঁইটীয়া গছত জোনাক বন্দী হৈকয়। তুমি কেনেকৈ কৰা যে এই বোৰ নাই—” !

মই তেতিয়া সুধিলো—“মই মৰি যোৱাৰ পাচতো সেই ঘৰৰ ৰাধাৰ মৃত্যু নহব নেকি ?”

তুমি কৈছিলা—“তাৰ ৰাধা আৰু কৃষ্ণৰ মৃত্যু কাহানিও নহয়।

তেওঁলোক স্বপ্ন.—পৃথিবী শেষ হৈ যোৱালৈকে তেওঁলোক সজীৱ হৈ থাকিব।"

সেইদিনা তোমাক সাৱটি তৃপ্তিত শুই আছিলো—। শুই উঠি দেখিলো জোনাকবোৰ নিজ বাটে উভতি গৈছে। হাবিৰ মাজৰ আন্ধাৰ বৰ ভয়াবহ আছিল। ইখন হাতেৰে আন্ধাৰত সিখন হাতকে ধৰিব নোৱাৰি।

নদীৰ পাৰেৰে, গছ-গছনিৰ মাজেৰে ঘৰলৈ যোৱা বাট আটাইবোৰ আন্ধাৰত ডুব গৈ আছিল। বাট পাহৰি মই বহুপৰ কান্দি আছিলো— ।

হে সুন্দৰ কৃষ্ণ, তুমি মোৰ আনন্দ আছিলো—মোৰ বেদনাও—। আনন্দই মোক এৰি গুছি গৈছে—তুমি দিয়া বেদনা এতিয়াও আছে যি বেদনাই পুৰুষ সুখৰ অনুভূতি দিয়ে। যেতিয়া শ মাইল দূৰৈত সুন্দৰী ৰমণীৰ সৈতে ক্ৰীড়াৰত হওঁ তেতিয়াও তুমি মোৰ আঁতৰত নেথাকা—। তোমাৰ মৰমে সেই ৰমণীকো তোমাৰ প্ৰতি আকৃষ্ট কৰে। লগতে মোৰ অনন্ত অভিলাষে।।

আজি ৰাতিপুৱা মোক দেখি সেই ৰমণীসকলৰ এগৰাকীয়ে আন এগৰাকীক কৈছিল—"সৌৱা ৰাধা গৈছে। কৃষ্ণৰাজৰ পুৰণি প্ৰিয়া—"। তেওঁৰ চকুলৈ মই চাইছিলো—তাত তেওঁৰ আত্মা প্ৰতিফলিত হৈছিল। পৰিত্যক্ত মকৰাৰ জালৰ দৰে দুখ সেই চকুত ওপচি উঠিছিল।

তেতিয়া নৱযৌৱনৰ আনন্দত মতলীয়া এগৰাকী নৱযুৱতীয়ে কৈছিল—'তেওঁ কিয় জীয়াই আছে—? মৰি নেযায় কিয়?" ঠিক আছে—। মই মৰিব পাৰিলো হেতেঁন। তুমি মোক এই গাৱঁৰ নদীৰ পাৰত আৰু কেতিয়াও নিবিচাৰিবা—। তোমাক আৰু মই দেখা নেপাওঁ।

তথাপি তোমাৰ ৰাধা জীয়াই আছে—, কাৰণ মানৱ জীৱন বৰ দীঘল।

তোমাৰ ৰাধা—।

# লেখক পৰিচয়

## ১। পি. কেশৱদেৱ

ইংৰাজী 1905 চনত পেমুৰত ( কেৰালা ) পী. কেশৱদেৱৰ জন্ম হয়। কম বয়সতে তেওঁ পঢ়াশালি এৰে। কেৰালাৰ শ্ৰমিক সঙ্ঘ আন্দোলনৰ তেওঁ অন্যতম সংগঠক। তেওঁ সাম্যবাদী দলৰ সদস্য আছিল, কিন্তু তাৰপৰা সোনকালেই আঁতৰি আহে। ৰাজনৈতিক আন্দোলনত অংশগ্ৰহণ কৰা কাৰণে তেওঁ জেল খাটিবলগীয়া হৈছিল। আকাশৱাণীৰ ত্ৰিবান্দ্ৰম কেন্দ্ৰত তেওঁ কিছুদিনলৈ 'ড্ৰামা প্ৰডিউচাৰ' হিচাপে কাম কৰিছিল।

চাৰি দশকলৈকে তেওঁ আৰ্থিক আৰু সামাজিক অন্যায়ৰ বিৰুদ্ধে লিখনী চলায়। মনোবৈজ্ঞানিক পটভূমিৰ প্ৰতি লক্ষ্য ৰাখি তেওঁ ব্যক্তিগত আৰু পাৰিবাৰিক সমস্যাসমূহ নিৰূপণ কৰে। নিজৰ সৃষ্ট চৰিত্ৰবোৰৰ প্ৰতি পাঠকৰ সহানভূতি আকৰ্ষণ কৰা বিষয়ত দেৱক যথেষ্ট কৌশলী বুলিব লাগিব।

এতিয়ালৈকে তেওঁৰ 22 খন উপন্যাস, 16 খন গল্প-সংকলন, 11 খন নাটক, 7 খন একাংকিকা সংগ্ৰহ, এখন প্ৰবন্ধ সংকলন আৰু আত্মজীৱনী প্ৰকাশিত হৈছে।

'পড়োসী' নামৰ উপন্যাসখনৰ কাৰণ তেওঁ সাহিত্য অকাডেমী আৰু ছোভিয়েট লেণ্ড নেহৰু পুৰস্কাৰ লাভ কৰিছে।

বৰ্তমানে তেওঁ কেৰালা সাহিত্য অকাডেমীৰ সদস্য।

## ২। তক্ষী শিৱশংকৰ পিল্লৈই

ইংৰাজী 1914 চনত তক্ষীত ( কেৰালা ) তক্ষী শিৱশংকৰ পিল্লৈইৰ জন্ম হয়। 'প্লীডাৰ' পৰীক্ষা পাছ কৰাৰ পিচত তেওঁ কিছুকাল ওকালতি কৰে। এই সময়ছোৱাত তেওঁ লিখা আৰু কৃষিকৰ্মত মন নিয়োগ কৰে। তেওঁ ইউৰোপ আৰু আমেৰিকা ভ্ৰমণ কৰে।

আধুনিক মালয়ালম গল্পৰ প্ৰবৰ্তক আখ্যা দিয়া কেৰালাৰ লেখকসকলৰ মাজত তক্ষীও অন্যতম। সৰল আৰু সুস্পষ্ট শৈলী আয়ত্ব কৰি তক্ষীয়ে সাধাৰণ জনতাৰ আশা-অভিলাষ, নিৰাশা আৰু উদ্বিগ্নতাক কৌশলী হাতেৰে ৰূপ দিছে। প্ৰগতিশীল সাহিত্যিকসকলৰ আন্দোলনত প্ৰচাৰকৰ ভূমিকা গ্ৰহণ কৰি বিভিন্ন কাৰণত তেওঁ কিছুদিনৰ আগলৈকে জেলত বন্দী হৈ আছিল।

তেওঁৰ এতিয়ালৈকে 21 খন উপন্যাস, 18 খন গল্পসংগ্ৰহ এখন নাটক, এখন ভ্ৰমণ কাহিনী আৰু এখন আত্মজীবনী গ্ৰন্থৰ আকাৰত প্ৰকাশিত হৈছে। সাহিত্য অকাডেমীৰ দ্বাৰা পুৰস্কৃত 'চেম্মীন' আৰু আন উপন্যাসবোৰ বিভিন্ন ভাৰতীয় আৰু বিদেশী ভাষালৈ অনূদিত হৈছে। ইউনেস্কোৰ উদ্যোগত চেম্মীনৰ অনুবাদ কৰা হৈছে। তক্ষী কেৰালা সাহিত্য অকাডেমীৰ জেনেৰেল কাউন্সিল, সাহিত্য অকাডেমীৰ প্ৰবন্ধক সমিতি, ভাৰত চৰকাৰৰ মালয়লম বিষয়ক উপদেষ্টা সমিতি আৰু নেছনেল বুক ট্ৰাস্ট অব্ ইণ্ডিয়াৰ সদস্য।

## ৩। বৈক্কম মুহম্মাদ বষীৰ

মধ্য কেৰালাৰ বৈক্কম নামে ঠাইত বৈক্কম মুহম্মদ বষীৰৰ জন্ম হৈছিল। স্কুলীয়া শিক্ষাৰ পিচত তেওঁ ভাৰত ভ্ৰমণ কৰিবলৈ গৃহত্যাগ কৰি যায়। ৰাজনৈতিক হৰতাল আৰু প্ৰগতিশীল সত্যাগ্ৰহবোৰত বষীৰে মুকলিভাবে যোগ দিছিল। পিচত কিছুদিনলৈ তেওঁ এখন পুস্তক-ভাণ্ডাৰ পৰিচালনা কৰে।

আধুনিক মালয়ালম সাহিত্যৰ সুপ্ৰসিদ্ধ গল্প লিখক বষীৰে মুছলমান সমাজত প্ৰচলিত অন্ধবিশ্বাস সমূহক আক্ৰমনৰ লক্ষ্য কৰি লয়। জীৱন কঠোৰ অনুভব সমূহক গভীৰ সহানুভূতিৰে সিক্ত কৰাটোৱেই হ'ল—বষীৰৰ ৰচনাৰ মুখ্য বিশেষত্ব।

1969 চনত বষীৰক সাহিত্য অকাডেমীৰ 'ফেলো' মনোনীত কৰা হয়।

এতিয়ালৈকে তেওঁৰ 17 খন গল্প-সংগ্ৰহ আৰু 8 খন উপন্যাস প্ৰকাশিত হৈছে। তেখেতে কথা ছবিৰ কাৰণেও কাহিনী লিখিছে।

## 8। পোন্‌কুন্নম ৱৰ্কী

ইংৰাজী 1910 চনত কেৰালাৰ পোন্‌কুন্নম গাঁৱৰ এক কেথোলিক পৰিয়ালত পোন্‌কুন্নম ৱৰ্কীৰ জন্ম হয়। তেওঁ মালয়ালমৰ 'বিদ্বান' পৰীক্ষা পাছ কৰে। কিছুদিনলৈ তেওঁ অধ্যাপনা কৰিছিল, কিন্তু ৰাজনৈতিক মতবাদৰ কাৰণে তেওঁ অৱসৰ গ্ৰহণ কৰিবলগীয়া হয়। কেথেলিক পাদ্ৰী তথা কেথোলিক ধৰ্মৰ অন্ধবিশ্বাস সমূহৰ বিৰুদ্ধে নিজস্ব বৈশিষ্ট্যপূৰ্ণ সৃজনাত্মক প্ৰতিভা প্ৰদৰ্শন কৰি তেওঁ আধুনিক মালয়ালম গল্প সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ গল্প লিখক বুলি স্বীকৃতি লাভ কৰে। দেশৰ স্বাধীনতা সংগ্ৰামত তেওঁ অংশ গ্ৰহণ কৰিছিল। বহুকাললৈ তেওঁ 'কেৰালা প্ৰগতিশীল সাহিত্যকাৰ সমিতি'ৰ ছেক্ৰেটাৰী আছিল।

এতিয়ালৈ তেওঁৰ 18 খন গল্প সংগ্ৰহ, 15 খন নাটক, 2 খন গদ্যকাব্য, আত্মকাহিনীৰ প্ৰথম ভাগ আৰু তুলিকা চিত্ৰৰ প্ৰথম ভাগ প্ৰকাশিত হৈছে। তেওঁ কেবাখনো মালয়ালম কথা ছবিৰ বাবে চিত্ৰনাট্যও লিখিছে।

তেওঁ সাহিত্য প্ৰবৰ্তক সহকৰণ সংঘৰ প্ৰতিস্থাপক সদস্যও। কেইবছৰমানলৈ এই সংঘৰ সভাপতিও আছিল। সম্প্ৰতি তেওঁ কেৰালা সাহিত্য অকাডেমীৰ অন্যতম কাৰ্যকৰী-সদস্য।

## ৫। এছ্. কে. পোট্টেকাট

ইংৰাজী 1913 চনত কেৰালাৰ কালীকটত এছ. কে. পোট্টেকাটৰ জন্ম হয়। মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ পৰা ইণ্টাৰমিডিয়েট পাছ কৰাৰ পিচত তিনিবছৰ এখন স্কুলত শিক্ষকতা কৰে। 1945 চনলৈকে তেওঁ বহুতবাৰ চাকৰিত সোমায় আৰু চাকৰি ত্যাগ কৰে; তাৰ পিচত লেখা কামত হাত দিয়ে। তেওঁ ভাৰত,

আফ্ৰিকা, ইউৰোপ, দক্ষিণ-পূৰ্ব এছিয়া আৰু ছোভিয়েট দেশ ভ্ৰমণ কৰে আৰু নিজৰ বিস্তৃত অনুভূতি বহু কিতাপত লিপিবদ্ধ কৰে।

আধুনিক মালয়ালম সাহিত্যৰ বিখ্যাত গল্প লিখক পোট্টেকাট সামাজিক তত্ত্বতকৈ কলাত্মক সৌন্দৰ্যৰ পূজাৰীহে আছিল। এওঁৰ কাব্যিক ৰচনা শৈলীয়ে বাস্তৱতে ৰোমান পটভূমিতহে যেন উপস্থিত কৰায়। মানবীয় হৃদয়ৰ দ্বাৰা আত্মীয়তা স্থাপন কৰাৰ বাবে তেওঁ নিজৰ ৰচনাত অপূৰ্ণ মনোবাঞ্ছা আৰু পৰিবেশৰ সৃষ্টি কৰে।

1962-67 চনত উত্তৰ কেৰালাৰ পৰা তেওঁ স্বতন্ত্ৰ সদস্যৰূপে লোকসভালৈ নিৰ্বাচিত হৈছিল।

এতিয়ালৈকে তেওঁৰ দুখন কবিতাসংগ্ৰহ, দুখন নিবন্ধ সংকলন, 21 খন গল্প সংগ্ৰহ, 13 খন ভ্ৰমণ কাহিনী আৰু ছখন উপন্যাস প্ৰকাশিত হৈছে।

## ৬। ললিতাম্বিকা অন্তৰ্জনম

ইংৰাজী 1907 চনত কেৰালাৰ কোট্টাৰকৰাত এক নাম্বুতিৰি ব্ৰাহ্মণ পৰিয়ালত ললিতাম্বিকা অন্তৰ্জনমৰ জন্ম হয়। তেওঁৰ অধিকাংশ শিক্ষা ঘৰতেই হৈছিল। মালয়ালম আৰু সংস্কৃতত পূৰ্ণতা প্ৰাপ্ত হৈ তেওঁ কবিতা আৰু গল্প লিখিবলৈ লয়। অন্ধবিশ্বাসৰ হেচাত চেপা খাই থকা নাম্বুতিৰি নাৰীৰ (অন্তৰ্জনম) মনোবেদনাক তেওঁ নিজৰ ৰচনাৰ বিষয়বস্তু হিচাপে লয়। তেওঁৰ ৰচনাশৈলী সৰস, সবল আৰু কবিত্বময়ী।

এতিয়ালৈকে তেওঁৰ 13 খন গল্প সংগ্ৰহ, 7 খন কবিতাসংগ্ৰহ, 2 খন শিশু-সাহিত্য আৰু এখন নাটক প্ৰকাশিত হৈছে।

## ৭। কান্দুৰ নীলকণ্ঠ পিল্লৈই

ইং 1898 চনত কান্দুৰ নীলকণ্ঠ পিল্লৈৰ জন্ম হয়। উচ্চশিক্ষা লাভৰ পিচত তেওঁ অধ্যাপক হয়। সাধাৰণ জনজীৱনৰ সুখদুখ

চিত্রিত কৰা কাৰ্ধৰে তেওঁৰ কাহিনীবোৰত সততাৰ প্ৰবক্তা আৰু এক নিৰ্দয় আশাবাদীৰ ৰূপত আমাৰ আগত দেখা দিয়ে। তেওঁৰ ৰচনাশৈলী সৰস আৰু সৰল।

সাহিত্য প্ৰবৰ্ত্তক সহকৰণ সংঘৰ তেওঁ প্ৰতিস্থাপক ছেক্ৰেটাৰী আছিল। কেৰালা সাহিত্য অকাডেমীৰ পুৰস্কাৰো তেওঁ পাইছে।

তেওঁৰ 22 খন গল্প সংগ্ৰহ, 2 খন উপন্যাস, 9 খন শিশু সাহিত্য আৰু এখন একাংকিকা সংগ্ৰহ প্ৰকাশ হৈছে।

## ৮। পী. সী. কুট্টিকৃষ্ণণ 'উৰুব'

উত্তৰ মালাবাৰৰ পোন্নানী নামক ঠাইৰ ইংৰাজী 1915 চনত পী. সী. কুট্টিকৃষ্ণন 'উৰুব'ৰ জন্ম হয়। হাইস্কুল পাছ কৰাৰ পিচত কেবাঠাইতো চাকৰি-বাকৰি কৰে। 1950 চনত তেওঁ আকাশ-বাণীৰ কালীকই কেন্দ্ৰত চাকৰি লয়। এতিয়া তেওঁ 'প্ৰডিউচাৰ'ৰ পদত আছে।

তেওঁৰ উপনাম হ'ল 'উৰুব'। তেওঁ তেওঁৰ উপন্যাসসমূহত কেৰালাৰ গ্ৰাম্যজীৱনৰ ছবি অতি ধুনীয়াকৈ প্ৰকাশ কৰিছে। ৱায়নাডৰ ওচৰে-পাজৰে থকা প্ৰগতিশীল গাঁৱলীয়া মুছলমান জনসাধাৰণৰ জীৱনধাৰা তেওঁ তেওঁৰ ৰচনাসমূহত প্ৰকাশ কৰিছে। তেওঁৰ ৰচনাৰ বৈশিষ্ট্য হ'ল কাহিনীসমূহৰ সৰসতা আৰু বিনোদপূৰ্ণতা।

তেওঁ কেৰালা সাহিত্য অকাডেমীৰ সদস্য। এতিয়ালৈকে তেওঁৰ 15খন গল্প সংগ্ৰহ, 8খন উপন্যাস, 3খন নাটক, 2খন শিশু সাহিত্য আৰু কেইখনমান চিত্ৰনাট্য প্ৰকাশিত হৈছে। তেওঁৰ কেইটামান কাহিনীৰ কথাছবি ৰূপেও জনসাধাৰণক সুস্থ মনোৰঞ্জনৰ খোৰাক যোগাইছে। তেওঁ তেওঁৰ 'সুন্দৰিকলুং সুন্দৰন্মাৰুম' ( সুন্দৰী আৰু সুন্দৰ ) নামক পুথিৰ বাবে সাহিত্য অকাডেমীৰ পুৰস্কাৰ লাভ কৰিছে।

## ৯। ৰেট্টুৰ ৰামন নায়াৰ

ইংৰাজী 1919 চনত মধ্য কেৰালাৰ পালৈত ৰেট্টুৰ ৰামন নায়াৰৰ জন্ম হয়। তেওঁ ৰাজনৈতিক আৰু সামাজিক আন্দোলনবোৰত বিশেষভাৱে যোগ দি আহিছে। মধ্যবিত্ত শ্ৰেণীৰ লোকৰ সুখদুখক তেওঁ বহুতো গল্পৰ বিষয়বস্তু হিচাপে লৈছে। বহুদিনলৈ এই লেখকগৰাকী সাহিত্যিকসকলৰ চকুত পৰা নাছিল। সাহিত্য প্ৰবৰ্ত্তক সহকৰণ সংঘৰ লগত তেওঁ বিশেষভাৱে জড়িত। এতিয়া তেওঁ এই সংঘৰ বিক্ৰয় বিভাগৰ পৰিচালক। কেৰালা সাহিত্য আকাডেমীৰ কাৰ্য্যকৰী সমিতিৰো তেওঁ সদস্য।

এতিয়ালৈ তেওঁৰ 12খন গল্প সংগ্ৰহ, এখন উপন্যাস, এখন কবিতা সংগ্ৰহ, এখন আলোচনা পুস্তক আৰু এখন ভ্ৰমণ কাহিনী প্ৰকাশিত হৈছে।

## ১০। নাগৱল্লী আৰ. এস. কুৰূপ

মধ্য কেৰালাৰ অম্বলপ্পুষাত ইংৰাজী 1917 চনত নাগৱল্লী আৰ. এস. কুৰূপৰ জন্ম হয়। ত্ৰিবাঙ্কুৰ বিশ্ববিদ্যালয়ৰ পৰা বি. এ. আৰু বি. টি উপাধি লাভ কৰাৰ পিচত তেওঁ এক দশকৰো অধিক কাল শিক্ষকতাৰ কাম কৰে। এতিয়া তেওঁ আকাশৱাণীৰ ‘প্ৰডিউচাৰ’ৰ কাম কৰি আছে।

এতিয়ালৈকে তেওঁৰ 13 খন গল্প সংগ্ৰহ, 5 খন উপন্যাস, 7 খন নাটক, দুখন নিবন্ধ সংগ্ৰহ আৰু এখন শিশু সাহিত্য প্ৰকাশিত হৈছে। নাগৱল্লীৰ কাহিনীসমূহ তেওঁৰ ভাৱৰ গভীৰতা আৰু উৎকণ্ঠাজনিত আকৰ্ষণৰ কাৰণে প্ৰসিদ্ধ। তেওঁ গল্পবোৰ, বিশেষকৈ কুট্টনাভৰ পৰিশ্ৰমী খেতিয়কসকলৰ জীৱনধাৰা সৰল আৰু সৰস প্ৰকাশভঙ্গীৰে নিবেদন কৰিছে।

## ১১। ঈ. এম. কোৱুৰ

ইং 1906 চনত কেৰালাৰ তিৰুৱল্লাত ঈ. এম. কোৱুৱে জন্মগ্ৰহণ কৰে। তেওঁ ত্ৰিবান্দ্ৰমৰ ‘আৰ্টছ কলেজ’ আৰু

'ল কলেজৰ' স্নাতক পৰীক্ষা পাছ কৰে।

ওকালতিৰে আৰম্ভ কৰি পিচলৈ তেওঁ ডিষ্ট্ৰিক্ট' আৰু 'ছেছন জজ' হৈ অৱসৰ গ্ৰহণ কৰে। নিজস্ব বিনোদপূৰ্ণ ৰচনাশৈলীৰ কাৰণে কোবুৰ সুপ্ৰসিদ্ধ।

এতিয়ালৈকে তেওঁৰ 4 খন উপন্যাস, 15 খন গল্প সংগ্ৰহ, 3 খন নাটক, 5 খন কৌতুক চিত্ৰৰ পুথি প্ৰকাশিত হৈছে।

## ১২। পুঞ্জিক্কৰা ৰাফী

এৰণাকুলমৰ ওচৰৰ পুঞ্জিক্কৰা নামক ঠাইত 1924 চনত পুঞ্জিক্কৰা ৰাফীৰ জন্ম হয়। কোচীন বন্দৰত এজন শ্ৰমিক হিচাপে ৰাফীয়ে জীৱিকা আৰম্ভ কৰে। নিজে নিজে ইংৰাজী শিকে। তেওঁৰ গল্প, আৰু উপন্যাসসমূহত শ্ৰমিক আৰু আন সাধাৰণ নিম্নবিত্ত শ্ৰেণীৰ জনসাধাৰণৰ জীৱনৰ সুখ-দুখ, আশা-আকাঙ্ক্ষাৰ সুন্দৰ চিত্ৰ অঙ্কন কৰিছে। ৰাফীয়ে নেছনেল বুক ষ্টল তথা সাহিত্য প্ৰবৰ্তক সহকৰণ সংঘৰ কোট্টয়ম কেন্দ্ৰতো কাম কৰিছিল।

## ১৩। কে. টী. মুহম্মদ

1927 চনত কেৰালাৰ মঞ্চেৰীত কে. টী. মুহম্মদৰ জন্ম হয়। প্ৰাথমিক পৰ্য্যায়ৰ পিচত তেওঁ নিয়মিত শিক্ষালাভ কৰা নাছিল। কালীকট ডাকঘৰত 'পেকাৰ' ৰূপে তেওঁ জীবিকা আৰম্ভ কৰিছিল।

ইংৰাজী আৰু ভাৰতীয় ভাষাৰ আলোচনা কিছুমানে পতা অখিল ভাৰতীয় প্ৰতিযোগিতাত তেওঁৰ 'আঁখে' ( চকুহাল ) নামৰ গল্পৰ বাবে প্ৰথম পুৰস্কাৰ পোৱাৰ পিচত তেওঁৰ খ্যাতি বিয়পি পৰে। তেওঁৰ বেচিভাগ গল্পত জীৱনৰ নাটকীয় মুহূৰ্তবোৰ বিস্তৃতি আৰু গভীৰতাৰে অঙ্কিত কৰা দেখা যায়।

এতিয়ালৈ তেওঁৰ 12 খন নাটক, 2 খন একাংকীকা, সংগ্ৰহ.

এখন গল্পসংগ্ৰহ আৰু এখন উপন্যাস প্ৰকাশিত হৈছে।
তেওঁ সঙ্গীত নাটক একাডেমীৰ সদস্যও।

## ১৪। নন্দনাৰ

1926 চনত নন্দনাৰে ( পী. সী. গোপালন ) জন্মগ্ৰহণ কৰে। তেওঁৰ উপনাম 'নন্দনাৰ'। হাইস্কুলৰ দেওনা পাৰহৈ 16 বছৰ বয়সত তেওঁ সৈন্যবিভাগত যোগদান কৰে। 22 বছৰ চাকৰি কৰাৰ পিচত সৈন্যবিভাগৰ পৰা অৱসৰলৈ এতিয়া তেওঁ আলুৱাৰ 'ফৈক্ট'ৰ প্ৰচাৰ বিভাগত কাম কৰি আছে।

প্ৰতিভাশালী সৈনিক নন্দনাই নিজৰ কাহিনীসমূহত সৈনিক জীৱনকে বিষয়বস্তু কৰি লৈছে। সৰল, আৰু সজীৱ ৰচনাশৈলীৰ কাৰণে সুবিখ্যাত নন্দনাৰ গল্প অঙ্কিত চৰিত্ৰবোৰে পাঠকৰ মনত সহানুভূতিৰ উদ্ৰেক কৰিবলৈ সমৰ্থ হৈছে।

এতিয়ালৈ তেওঁৰ 8 খন গল্প-সংগ্ৰহ, 7 খন উপন্যাস, আৰু এখন একাংকিকা সংগ্ৰহ প্ৰকাশিত হৈছে।

## ১৫। টী. পদ্মনাভ

41 বছৰীয়া টী. পদ্মনাভে 'ফৈক্ট'ৰ 'কোচীন লেজিট্ৰেটৰ' 'ইষ্টেট মেনেজাৰ'ৰ কাম কৰি আছে। কলা আৰু আইন বিভাগীয় পৰীক্ষা পাছ কৰি কিছুদিন তেওঁ ওকালতি কৰিছিল।

প্ৰয়োগশীল কাহিনীকাৰ পদ্মনাভে নতুন ৰচনাশৈলীৰে পাঠক সমাজৰ আগত তেওঁ অঙ্কন কৰা চৰিত্ৰসমূহৰ অন্তৰ্দ্বন্দ্ব নিবেদন কৰাত পটুতা দেখুৱা পাইছে।

এতিয়ালৈকে তেওঁৰ 5 খন গল্প সংকলন প্ৰকাশিত হৈছে।

## ১৬। এম. টী. ৱাসুদেৱন নায়াৰ

কেৰালাৰ পোন্নানীত 1933 চতত এম. টী. ৱাসুদেৱন নায়াৰৰ জন্ম হয়। পালঘাটৰ ভিক্টোৰিয়া কলেজৰ পৰা স্নাতক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিচত কিছুদিন তেওঁ এখন 'টিউটোৰিয়েল

কলেজত' অধ্যাপনাৰ কাম কৰে। 1956 চনৰ পৰা তেওঁ 'মাতৃভূমি' নামৰ সাপ্তাহিক কাকতৰ সহ-সম্পাদক হয়।

নতুন পুৰুষৰ সম্মানিত ৰাসুদেৱন নায়াৰে নিজস্ব সুন্দৰ শিল্প-পদ্ধতি তথা ৰচনাশৈলীত প্ৰয়োগ কৰা সঙ্গীতাত্মকতা গুণৰ কাৰণে সুপ্ৰসিদ্ধ হয়। মানৱ-মনৰ সূক্ষ্ম অধ্যয়ন আৰু ভাবৰ অভিব্যক্তি প্ৰকাশৰ অদ্ভূত ক্ষমতা তেওঁৰ আছে। উপন্যাস আৰু গল্প ৰচনা—দুয়োটা ক্ষেত্ৰত তেওঁ সমানে কৃতিত্ব দেখুৱাব পাৰিছে। এতিয়ালৈকে তেওঁৰ 13 খন গল্পসংগ্ৰহ, 6 খন উপন্যাস, 2 খন আলোচনাত্মক সংস্কাৰ মূলক প্ৰবন্ধ, এখন ভ্ৰমণ কাহিনী আৰু বহুতো 'চিত্ৰনাট্য' প্ৰকাশিত হৈছে। তেওঁৰ বহুতো গল্প আৰু উপন্যাসৰ ওপৰত কথাছবি নিৰ্মিত হৈছে।

## ১৭। মাধৱি কুট্টি

সাহিত্য অকাডেমী পুৰস্কাৰ পোৱা মহিলা কবি শ্ৰীমতী বালামণি আম্মাৰ সুপুত্ৰী কমলাৰ (উপনাম মাধৱি কুট্টি) জন্ম হয় 1932 চনত। তেওঁৰ 4 খন গল্প সংগ্ৰহ মালয়ালম ভাষাত আৰু 2 খন কবিতাসংগ্ৰহ ইংৰাজী ভাষাত প্ৰকাশিত হৈছে।

তেওঁৰ গল্পত আধুনিক সভ্যতাৰ বিৰোধী তত্ত্ব আৰু কঠোৰ বাস্তৱতাৰ চিত্ৰ আছে। মনোবৈজ্ঞানিক পটভূমিত নৰ-নাৰীৰ সম্বন্ধৰ সূক্ষ্ম বিশ্লেষণো তেওঁৰ প্ৰিয় বিষয়বস্তু।

---

Printed at Shivam Offset Press, A-12/1 Naraina Indl. Area, Phase-I, New Delhi-110 028